# ফুল।

শ্ৰীদণ্ডিনাথ কলিতা প্ৰণীত



পঞ্চম তাঙ্গৰণ।

তেজপুৰ।

১৮৭২শক ।

( ইং ১৯৫০ )

মূল্য ঃ—২৲

# উছর্গা।

—:(*):—

মাতৃ-ভাষা-সেৱা গুটি হিয়াত পচাই,
কৰিছিলোঁ যতনেৰে পতি সৰ্ব্বদায়।
তাৰ ফলে পুলি গজি ক্ষুদ্ৰ "ফুল" পাহি,
যদিওবা গন্ধহীন দিছে দেখা হাঁহি।
উছৰ্গিলোঁ তাকে ভৰি প্ৰীতিৰ শৰাই,
অসমীয়া ৰাইজক ; যেন নিঘিণায়।

৪ চ'ত
১৮৩০ শ'ক

লিখক।

তৰুণ কবি ৺হিৰণ্যৰঞ্জন কলিতাৰ

# হিৰণ্য-গ্ৰন্থাৱলী

প্ৰথম ভাগ

মূল্য—৩৲

গ্ৰন্থাৱলীৰ গ্ৰন্থবিলাক স্থকীয়াকৈ ঃ—

১। হিৰণ্যৰঞ্জন ( জীৱনী )

২। বিপ্লবী আৰু বীৰনাৰী

৩। বনফুল

৪। কলিযুগ

৫। মৌ-চাক

দ্বিতীয় ভাগ

সোনকালে ওলাব।

হিৰণ্যৰঞ্জন গ্ৰন্থকুটী,

তেজপুৰ, অসম।

# গ্রন্থকাৰৰ নিবেদন।

——:*:——

যেতিয়া প্ৰথমেই ফুলৰ জন্ম হয়, তেতিয়া ফুল-ৰচক ইংৰাজী স্কুলৰ তৃতীয় শ্ৰেণীৰ ছাত্ৰ আছিল মাথোন। সেই কাৰণে তাইৰ গঢ় আৰু সাজ-পাৰ ৰচকৰ শৈশৱ কল্পনাৰ আদৰ্শ অনুযায়ী হোৱা স্বাভাবিক। তথাপিও যে তাই ৰাইজৰ মনোৰঞ্জন কৰিব পাৰিছিল, সি নিশ্চয় ৰচকৰ সৌভাগ্য। আজি পাঁচ বছৰ ফুল কাৰো আগলৈ ওলাব পৰা নাই, কিন্তু তাইক মৰম কৰিবলৈ ৰাইজৰ আগ্ৰহ ক্ৰমশঃ বাঢ়ি যোৱা দেখা গৈছে। ইমান দিন তাইক ৰাইজৰ মৰমৰ পৰা বঞ্চিত কৰি ঘৰৰ ভিতৰতে সুমুৱাই ৰখাৰ প্ৰধান কাৰণ হৈছে ৰচকে তাইৰ আগৰ গঢ় পৰিবৰ্ত্তন কৰি, নতুন সাজ-পাৰ পিন্ধাই, উলিয়াবলৈ ইচ্ছা কৰিছিল, কিন্তু তেনে কৰিলে তাইক হত্যা কৰা হ'ব বুলি বহুতে আশঙ্কা কৰাত সম্প্ৰতি তাইক আগৰ গঢ়েৰেই ৰাইজৰ ওচৰলৈ পঠিওৱা হ'ল। সালসলনিৰ ভিতৰত মাথোন তাইৰ দুই এপদ অলঙ্কাৰ ঘঁহি-পিহি চকচকীয়া কৰা হৈছে আৰু সাজ-পাৰত যি দুই এটা চকুত পৰা চেঁকা আছিল, তাকো ধুই-পখালি এৰুৱাই দিয়া হৈছে। এই কাৰ্য্যত ৰচকে তেওঁৰ সাহিত্যিক বন্ধু শ্ৰীযুক্ত ইন্দ্ৰেশ্বৰ বৰঠাকুৰ বি, এ আৰু প্ৰতিমাৰ খনিকৰ শ্ৰদ্ধাস্পদ শ্ৰীযুক্ত চন্দ্ৰকুমাৰ আগৰৱালা ডাঙ্গৰীয়াৰ সঙ্কেতৰ পৰা বিশেষ সাহায্য লাভ কৰিছে; সেই বাবে তেওঁ দুয়ো জনৰ ওচৰত কৃতজ্ঞ।

সামৰণিত কবলগীয়া এয়ে যে ফুলক লগ পাবলৈ যিসকলে ইমান দিন আগ্ৰহেৰে বাট চাই আছিল, তাইক হাততে পায়ো যদি তেওঁলোকৰ সেই আগ্ৰহ সমানে থাকে, তেনেহলেই তাইৰ অভিভাবক যথেষ্টৰূপে পুৰস্কৃত হ'ব। অলমতিবিস্তৰেণেতি।

তেজপুৰ।
১ ফাগুন, ১৮৪৫ শক।

বিনীত নিবেদক
গ্ৰন্থকাৰ।

## গ্ৰন্থকাৰৰ আন আন উপন্যাস

| | | |
|---|---|---|
| ১। | সাধনা ( ৩য় সংস্কৰণ—যন্ত্ৰস্থ ) | ৪৷৷০ |
| ২। | আবিষ্কাৰ | ৩৲ |
| ৩। | অদৃষ্ট | ১৸০ |
| ৪। | গণ-বিপ্লব | ১৷৵০ |
| ৫। | হত্যাকাৰী কোন | ১৵০ |

## কাব্য আৰু কবিতা

| | | |
|---|---|---|
| ১। | অসম-সন্ধ্যা ( কাব্য ) | ৩৲ |
| ২। | ৰহঘৰা ( পঞ্চম সংস্কৰণ ) | ১৷৷০ |
| ৩। | ৰগৰ ( চতুৰ্থ সংস্কৰণ ) | ১৷৷০ |
| ৪। | বহুৰূপী ( দ্বিতীয় সংস্কৰণ ) | ১।০ |
| ৫। | দীপ্তি ( দ্বিতীয় সংস্কৰণ ) | ৷০ |

## নাটক

| | | |
|---|---|---|
| ১। | অগ্নি-পৰীক্ষা ( ২য় সংস্কৰণ-যন্ত্ৰস্থ ) | ২৲ |
| ২। | সতীৰ তেজ ( ৩য় সংস্কৰণ ) | ১৷৷০ |
| ৩। | পৰাচিত | ১৲ |
| ৪। | নগৰৰ বিহুতলী | ৷৷৵০ |
| ৫। | পোহনীয়া কুকুৰ | ৷৷০ |

হিৰণ্যৰঞ্জন গ্ৰন্থকুটী

তেজপুৰ।

# ফুল।

—:০:—

## প্ৰথম অধ্যায়।

—*—

### নৈৰ দাঁতিত।

বহাগ মাহ। বেলি দুপৰ। আকাশ নিৰ্ম্মল,—ক'তো অলপো ডাৱৰৰ চিন দেখিবলৈ নাই। সূৰ্য্যৰ প্ৰখৰ ৰশ্মি পোনে পোনে আহি পৃথিবীত পৰিছে। ওপৰলৈ চাবই নোৱাৰি; কেউফালে যেন জুইৰ হে আগ। তাপত সকলো বস্তু শুকাই খৰ্খৰীয়া হৈছে। আলিবাটবোৰ ধূলিৰেই ভৰি পৰিছে। হোলা-ডোবা আদিত অলপো পানীৰ চিন নাই, ফাটি ফাটি তলি-বিলাক পকা চিৰাল যেন হৈছে। বেলিৰ তাপে খাওঁ খাওঁ মূৰ্ত্তি ধৰি মানুহৰ তৰণি হেকুৱাইছে;—তলি-ফটা কলহৰপৰা বিৰিঙি বিৰিঙি পানী ওলোৱাদি, প্ৰতি নোমৰ গুৰিৰ পৰা ঘামৰ টোপাল বিৰিঙি ওলাইছে। তত নেপাই বাটকুৱা মানুহবিলাকে গছৰ তলে তলে বহি জিৰণি লৈছে। এনে সময়ত এজন

অশ্বাৰোহী দ্রুতবেগে আহি ভৰলী নৈৰ দাঁতিত উপস্থিত হ'ল। তেওঁৰ বয়স অনুমান পঁচিছ বছৰ, বৰণ একেবাৰেই বগলীপাখি যেন নহলেও বগা বুলিব পাৰি। ডাঢ়ি গোঁফ অলপ অলপ ঠুঁটিয়াইছে। মানুহজন বৰ শকত-আৱত; হিয়াচৰিখন প্রায় এহাতমান বহল চকু দুটা অলপ ডাঙৰ কিন্তু টেলেকা নহয়; মুখৰ গঢ কাৰ্ত্তিকৰ নিচিনা নহলেও সুন্দৰ আৰু লনি। মূৰৰ চুলিবোৰ দীঘল আৰু পাচ ফালে গলধন ছোৱাকৈ খোপা বন্ধা। তাৰ ওপৰত এখন ধুনীয়া চেলেঙেৰে ধুনীয়াকৈ মৰা পাগ। হাতত এখন তৰোৱাল আৰু কঁকালত এখন টঙালি বন্ধা। অন্যান্য সাজো ওখ থাপৰ। মানুহজনলৈ ভালকৈ চকু দিলে তেওঁক এজন ডাঙৰ বিষয়া আৰু ৰণুৱা বুলি জানি। তেওঁ বোধ কৰোঁ বহুত দূৰৰ পৰা আহিছে। কিয়নো, তেওঁৰ গোটেই গা—পিন্ধা কাপোৰ-কানি ঘামেৰে তিতি পৰিছে; গোটেই মুখমণ্ডল পকা থেকেৰা যেন হৈ পৰিছে। তেওঁ বৰ ক্লান্ত হৈ ঘোৰাৰ পৰা নামি, ঘোৰাটো এজোপা গছৰ ছাঁত বান্ধিলে আৰু লাহে লাহে পানীলৈ নামি গ'ল। ভৰলীৰ সুশীতল পানীৰে হাত মুখ ধুলে,—আঁজলিচেৰেক খাই ঢক মাৰিলে। ওচৰতে এটা শিল আছিল, তাতে বহি নৈৰ শোভা চাবলৈ ধৰিলে।—নৈখনে কুল্ কুল্ সুৰেৰে সৃষ্টিকৰ্ত্তাৰ অনন্ত মহিমা ঘোষণা কৰি, কিবা এটা উদ্দেশ্যত ক'ৰবালৈ অবিৰাম গতিৰে বৈ গৈছে। দুই দাঁতিয়ে থকা গছবিলাকে নিজৰ শাখা-প্ৰশাখা বিস্তাৰ কৰি জল-কুঁৱৰীক আকোঁৱালি ধৰিবলৈ

উদ্যত হৈছে ; দুটা-এটা ডালে স্থিৰেৰে ৰ'ব নোৱাৰি পানীত মুখ জুবুৰিয়াই চুমা খাইছে। গছৰ ডালত পৰি থকা সৰু সৰু চৰাইবিলাকে এই মধুৰ মিলন দেখি, নানাসুৰীয়া গীত গাই, আনন্দ প্ৰকাশ কৰিছে। ফট্‌ফটীয়া ফটিক-পানীৰ তলত ধ্যান-মগ্ন তপস্বীৰ দৰে, আপোন ভাৱত মতলীয়া হৈ বহি থকা, বগা, ক'লা, সৰু, বৰ শিলগুটিয়ে দৰ্শকৰ মন-প্ৰাণ আকৰ্ষণ কৰিছে। মইমতীয়া ভাবত ওপঙি মাছবিলাকে পানীৰ তলত নাচি ফুৰিছে। তাকে দেখি, গঙ্গাচিলনী আৰু মাছৰোকা চৰাই দুই-এটাই লোভ সামৰিব নোৱাৰি, সৰু সৰু মাছ টোটোলাত সুমুৱাইছে আৰু নিজৰ অসীম পৰাক্ৰমৰ পৰিচয় দিছে ;— মাজে মাজে পানীত জোবোৰা মাৰিছে। বালিৰে ঢকা দুয়ো পাৰে নদীৰ সৌন্দৰ্য্যৰ দুগুণে জেউতি চৰাইছে।

তেওঁ তাত বহি থাকোঁতেই বেলি পৰি আহিল ; অলপ অলপকৈ বতাহ বলিবলৈ লাগিল ; বালিবিলাক ফৰ্‌ফৰ্ কৰে উৰিবলৈ ধৰিলে ; পানীয়ে পাৰৰ বালিৰ লগত মালশ্ৰম কৰিবলৈ সাজু হ'ল। বাটৰুৱা মানুহেও গছৰ ছাঁ এৰি, গন্তব্য স্থানলৈ বাট ল'লে।

ঘাটৰ পৰা স্পষ্টকৈ দেখা যায় যে তাৰপৰা অলপমান আঁতৰতে এঘৰ মানুহ আছে। মানুহ ঘৰ বৰ চহকীও নহয়, বৰ দুখীয়াও নহয়। ঘৰ কেইবাটাও, অলপ ভালকৈ চকু দিলে নৈৰে পৰা লেখিব পাৰি। যেনে :—এটা বৰ ঘৰ, এটা মাৰল ঘৰ, এটা ভঁৰাল, এটা গোহালি আৰু এটা চ'ৰা ঘৰ। তাৰ

বাহিৰেও মাৰল ঘৰৰ পৰা দক্ষিণ ফাললৈ কিছু আঁতৰত পূবা-পচিমাকৈ সজা এটা ডাঙৰ ঘৰ; পচিম মূৰে টুপ লগোৱা, পিৰালিবিলাক শিলেৰে বন্ধোৱা আৰু পূব মূৰে এটা ওখ বেদীৰ ওপৰত কিবা এটা মূৰ্ত্তি থাপনা কৰা। গতিকে, ঘৰটোৰ গঢ়-গতি দেখিয়েই তাক গোঁসাই-ঘৰ বুলি ঠাৱৰাব পাৰি। বাকীকেইটা ঘৰৰ বিষয়ে নকলেও হব। কিয়নো, সেই কেইওটা ঘৰ সকলো অসমীয়াৰ আছে।

ঘৰৰ পচিম ফালে নৈৰ কাষলৈ এখন ফুলনি; কিন্তু সি বৰ জাকজমক নহয়। গতিকে, পাঠকসকলে এই ফুলনিখনক ডাঙৰ ডাঙৰ ৰাজঘৰীয়া ফুলনিৰ লগত ৰিজাবলৈ নাযাব। গলেও নিশ্চয় ভুল হব। তাত শাৰী পাতি শৃঙ্খলা লগাই ৰোৱা বিবিধ ফুল-লতাৰ গছো নাই, মানুহ বহিবলৈকো একো আসন পাৰি থোৱা নাই। আছে মাথোন কেউফালে লেটেকু, পনীয়াল, আম, কঠাল প্ৰভৃতি গছ আৰু মাজ ডোখৰত গোলাপ, তগৰ, চেনিচম্পা, গুলচ, বকুল প্ৰভৃতি ঘৰুৱা ফুলৰ গছ। ফুল-গছৰ গাবোৰ এতিয়া নানা বৰণীয়া ফুলেৰে ৰমকজমক আৰু তাৰ পৰাই সুগন্ধ ওলাই কেউফাললৈ বিয়পি পৰিছে। ফুলনিৰ ঠিক মাজতে এজোপা নাহৰ গছ,—এতিয়া সুগন্ধি ফুল ধৰি, মানুহক নিজৰ জেউতি দেখুৱাই ভোল নিয়াইছে। গছডাল প্ৰায় চাৰি হাত মানলৈকে নাওঠা,—ডাল পাত একো নাই। তাৰ ওপৰ ছোৱা সেউজীয়া পাতেৰে ছোৱা,—ওপৰলৈ চিঁয়া হৈ মন্দিৰৰ চুড়াৰ দৰে শোভা ধৰিছে। ফুলনিৰ মাজেদি নৈলৈ যাবলৈ এটা বাট আছে।

মলমলাই থকা ফুলৰ গোন্ধ পাই ডেকাজনে ক'ৰ পৰা গোন্ধ আহিছে চাবলৈ লাগিল। নদীৰ কুলকুলনিত, মলয়াৰ বাত, ফুলৰ মনমোহা গোন্ধত তেওঁৰ মন-প্ৰাণ পমি যোৱা যেন লাগিল। তাতে ভাগৰুৱা পথিক, জুৰ পাই মনে মনে শান্তি অনুভৱ কৰিবলৈ ধৰিলে। এনেতে ওপৰত কোৱা ঘৰৰ পৰা কাষত কলহ এটা লৈ এজনী গাভৰু ওলাই আহি ফুলনিত সোমাল আৰু এটি ধুনীয়া গোলাপ ফুল ছিঙি নাকৰ ওচৰলৈ তুলি, গোন্ধ ল'লে। তাৰ পাচত, সেই নাহৰ জোপাৰ ওচৰলৈ গ'ল আৰু কলহটো কাষৰ পৰা নমাই অলপ বেলি ৰহি আম-কঠালবোৰ চাবলৈ ধৰিলে। আমবোৰ এতিয়া কলি অৱস্থাতে, কঠাল কোনোটো আঙুলী যেন, কোনোটো খামুচীয়া হৈছে। তেওঁ ভাবিছে, আৰু দিনদিয়েক গ'লে মাটি-মিঠা আমবোৰ খাবৰ হ'ব আৰু টেঙা আমবোৰ পিহনাত পিহি লোণ-জলকীয়া সানি খাবলৈ জুতি লাগিব। তাৰ পাচত, তাৰ পৰা উঠি কলহটো আকৌ দাঙি লৈ নৈৰ ফাললৈ খোজ ল'লে। নৈৰ পানী অতি নিৰ্ম্মল,—আৰ্চ্চী যেন ফটফটীয়া। তেওঁ পাৰতে কলহটো থৈ, কঁকালত সোঁহাত থন দি পানীৰ ফাললৈ মুকৈ থিয় হৈ কিছুমান বেলি নৈলৈ চাই ৰ'ল। তাৰ পাচত, ধুনীয়া চাই গোটাচেৰেক শিল-গুটি বুটলি ৰিহাৰ আঁচলত বান্ধি ল'লে আৰু কলহটো লৈ পানীলৈ নামি গৈ ধেমালি কৰিবলৈ লাগিল।—তেওঁ কলহটো পানীৰ ওপৰত এৰি দিয়ে, সোঁতে বল দি, কিছুমান দূৰৈলৈ লৈ যায়। আকৌ ধৰি আনি পানীৰ ওপৰত থয়, আকৌ সোঁতে

লৈ যায়  এইদৰে কিছুমান বেলি আনন্দ উপভোগ কৰাৰ পাচত এবাৰ কলহটো পানীত জুবুৰিয়াই দিলে। কলহৰ পেটত এপেট হৈ সোমাই থকা বায়ুখিনিয়ে পানী সোমাব্লাত বাধা দিব নোৱাৰি নিজেই হাৰ মানি, খণ্ডত গোৰোহণি মাৰি উঠিল আৰু বক্‌বক্‌কৈ কিবাকিবি কৈ পানীক ডবিয়াই, “বল নাইকিয়া সাপৰ ফোঁপা উৰিয়েই সাৰ” কথাৰ প্ৰমাণ দেখুৱাই থিতাতে আঁতৰ হ'ল। গাভৰুৱে পানী কলহ লৈ অহা বাটেই উঠি গ'ল আৰু সৰু সৰু ফুল-গছবিলাকৰ গুৰিয়ে গুৰিয়ে অলপ অলপকৈ ঢালি দিলে। লাহে লাহে কলহৰ পানীৰ অন্ত পৰিল, তেওঁ আকৌ নৈৰ ফাললৈ খোজ ললে।

আমাৰ অশ্বাৰোহী ডেকা শিলত বহি জিৰণি লোৱাৰ লগে লগে গাভৰুৰ ৰেহ-ৰূপ চাই ভোল গৈছিল। চাই থাকি থাকি তেওঁ মনে মনে ভাবিলে ঃ—“এওঁ কোন? জল-কুঁৱৰী নে কি? এনে অতুল ৰূপ, এনে মনোহৰ গঠন মানুহত মই কেতিয়াও দেখা নাই, কোনোবা অপেচৰীয়ে কোনোবা ঋষিৰ ধ্যান ভাঙিবলৈ এনেকৈ সাজি পাৰি ওলাইছে বা? আহা! চকুৰ ভুৰ দুটি কেনে সুন্দৰ। তিলফুল যেন নাকৰ আগটি কেনে মনোহৰ! লাতুৰ মণি যেন ৰঙা ওঁঠ দুটি দেখিলে বোধ হয় যেন তাৰ পৰা মৌৰ টোপাল সৰিব লাগিছে! দীঘল ক'লা চুলিডাৰিয়ে পাচ ফাললৈ ওলমি পৰি বগা শৰীৰৰ কেনেকৈ জেউতি চৰাইছে! এনে সৌন্দৰ্য্য যাৰ নিত্য উপভোগ্য, তেওঁ কেনে ভাগ্যবান! কেনে সুখী! কোন এওঁ? দেবী নে মানবী? তেওঁৰ পৰিচয়টো জানিব পৰা হলে!”

ডেকাই চকু দুটা গাভৰুৰ ওপৰত থৈ মনে মনে এনেকৈ প্ৰশ্ন কৰি আছে, গাভৰুও আহি আগৰ দৰেই পানীত নামিছে, এনেতে ডেকা গাভৰুৰ চকুৰ দৃষ্টি মিহলি হ'ল। ঘাটৰ ওচৰত এজন অচিনাকি মানুহ দেখি গাভৰু প্ৰথমে আচৰিত হ'ল আৰু অলপ ভয়ো খালে, কিন্তু সেই ভয় বেছি পৰ নাথাকিল; ডেকাজনৰ গঢ়-গতি দেখিয়েই তেওঁ এজন সাধু পুৰুষ বুলি গাভৰুৰ মনত বিশ্বাস জন্মিল। তেওঁ নিজে নিজে ক'লে:— "এনে জন পুৰুষৰ মনত কেতিয়াও কু ভাব থাকিব নোৱাৰে। তেওঁক দেখিলেই দয়া, মমতা আৰু পৰোপকাৰৰ সজীৱ মূৰ্ত্তি বুলি বোধ হয়।"

ডেকা গাভৰুৰ মনত তেতিয়া কি ভাবৰ ধুমুহা উঠিছিল, তাক কোনে জানে! গাভৰুৱে তেতিয়া তেওঁৰ অৱস্থিতি পাহৰি গ'ল; কিবা এটা অজ্ঞাত ভাবৰ সোঁতত তেওঁ উটি গ'ল। ভয়তেই হওক, বা আন কাৰণতেই হওক তেওঁ পানীত নামি যোৱাৰ লগে লগে একো একোবাৰ ডেকাৰ প্ৰতি দৃষ্টি-পাত কৰিবলৈ ধৰিলে। ডেকাজনেও আগৰ দৰেই গাভৰুক চাই থাকিবলৈ ধৰিলে। যিমানেই চাইছিল সিমানেই তেওঁৰ চাবৰ হেপাহ বাঢ়ি গৈছিল। কিন্তু ই কি! ই যে বিনা মেঘে বজ্ৰপাত! গাভৰু ক'লৈ গ'ল! তেওঁ যে চাই থাকোঁতেই পানীৰ মাজতে অদৃশ্য হৈ গ'ল! ডেকাই একো বুজিব নোৱাৰিলে; তেওঁৰ আপাদ-মস্তক কঁপি উঠিল।

---

# দ্বিতীয় অধ্যায়।

—:০:—

## যুবক কোন ?

যুবক কোন ? এই ভৰলী দাঁতিত অকলে বহি কি কৰিছে ? পাঠক ! আমি এই খিনিতে কথাটো অলপ উজাই ধৰোঁ।

মহাৰাজ চন্দ্ৰকান্ত সিংহৰ ৰাজত্ব কালত বদনচন্দ্ৰ গুৱাহাটীৰ বৰফুকন অৰ্থাৎ ৰাজ প্ৰতিনিধি আছিল। তেওঁ এজন বৰ উদ্ধত স্বভাৱৰ আৰু মইমতীয়া মানুহ আছিল। কামৰূপীয় মানুহৰ ওপৰত নথৈ অত্যাচাৰ কৰিছিল। সেই কাৰণে ৰাজমন্ত্ৰী পূৰ্ণানন্দ বুঢ়াগোঁহায়ে তেওঁৰ পতনৰ উপায় বিচাৰিবলৈ ধৰিলে আৰু সাৱশেহত তেওঁক ধৰি আনিবৰ নিমিত্তে মহেশ্বৰ পৰ্ব্বতীয়া ফুকনক পঠিয়াই দিলে।

বৰফুকনৰ জীয়েক পিজৌ গাভৰু বুঢ়াগোঁহাইৰ পুতেক ওৰেষানাথ গোঁহাইৰ সহধৰ্ম্মিণী আছিল; গতিকে, এই ষড়যন্ত্ৰৰ বিষয়ে সকলো সম্ভেদ পাই আছিল। বুঢ়াগোঁহায়ে পঠিওৱা মানুহে ধৰিবলৈ পালে দেউতাকৰ মৃত্যু ঘটিব পাৰে ভাবি তেওঁ সকলো সংবাদ মনে মনে বৰফুকনলৈ পঠিয়াই দিলে। বাতৰি পাই বৰফুকন প্ৰথমতে হতবুদ্ধি হ'ল। শেহত সপুত্ৰে পলায়ন কৰাকেই ৰক্ষাৰ উপায় ঠিক কৰিলে আৰু কোনেও বুজ

নোপোৱাকৈ ভটীয়াই বাট ললে। ইফালে, নতুনকৈ পতা ঘনশ্যাম বৰফুকনে পাচে পাচে খেদা দিলে। কিন্তু বদনৰ কপাল ভাল, অসমৰ সীমাৰ ভিতৰত তেওঁক কোনেও নাপালে। পাচত বঙ্গদেশৰ ভিতৰত লগ পাইছিল গৈ যদিও, সেই ঠাই ব্রিটিছ শাসনৰ তলত থকাৰ বাবে আনিব নোৱাৰিলে। বৰফুকন সুবিধা পাই কলিকতাত ওলাল গৈ। সেই সময়ত কলিকতা "ইষ্ট ইণ্ডিয়া কোম্পানীৰ" অধিকাৰত আছিল। "ইষ্ট ইণ্ডিয়া কোম্পানী" মানে ভাৰতত বেপাৰ কৰিবলৈ অহা এদল বিলাতী বেপাৰী। তেওঁলোক ষোড়শ শতাব্দীৰ আদি ভাগতে জাহাজেৰে আহি ভাৰতবৰ্ষত পদাৰ্পণ কৰে আৰু তেতিয়াৰে পৰা বেপাৰ কৰাৰ চলতে বঙ্গদেশ, বোম্বাই আৰু মান্দ্ৰাজ তেওঁলোকৰ শাসনৰ তললৈ আনে। কলিকতাত তেওঁলোকৰ "ফোৰ্ট উইলিয়াম" নামেৰে এটা দুৰ্গ আছে। ই ভাৰতৰ সকলো দুৰ্গতকৈ শ্ৰেষ্ঠ। কলিকতা চহৰখনিকেই বা কি চাবা! যেনি চোৱা তেনি উচ্চ অট্টালিকাৰ চূড়া—কেইওফালে আচৰিত কৌশলৰ অভিনয়। বাস্তৱতে কলিকালত কলিকতায়েই স্বৰ্গীয় জেউতি লাভ কৰিছে। ওচৰেদি পবিত্ৰসলিলা ভাগীৰথীয়ে অনন্তত মিলিবলৈ লৰ দিছে আৰু মুখেৰে বিভুৰ মহিমা কীৰ্ত্তন কৰিছে। নতুনকৈ অহা মানুহে এনেখন চহৰ দেখি নিশ্চয় আপোন পাহৰা হ'ব। বদনচন্দ্ৰই এই কলিকতা চহৰতে সোমাই ব্ৰিটিছ গবৰ্ণমেণ্টৰ ওচৰত সাহায্য প্ৰাৰ্থনা কৰিলে গৈ, কিন্তু ইংৰাজ গবৰ্ণমেণ্টে "পৰৰাজ্য সম্পৰ্কীয় কাৰ্য্যত হাত নিদিওঁ"

বুলি সহায় কৰিবলৈ অস্বীকাৰ কৰিলে। বদনে নিৰুপায় হৈ কৃষ্ণৰ ভয়ত পলাই ফুৰা দণ্ডীৰজাৰ নিচিনাকৈ যাকে দেখে তাৰে ওচৰত সহায় ভিক্ষা কৰিবলৈ ধৰিলে। অসমৰ দুৰ্কপাল! সেই সময়ত কিবা কামত মানদেশৰ পৰা এজন বিষয়া কলিকতালৈ আহিছিল, বদনে তেওঁৰ ওচৰলৈ গৈ সকলো কথা ভাঙি ছিঙি ক'লে। সুভদ্ৰাই দণ্ডীৰজাক সহায় কৰিবলৈ প্ৰতিজ্ঞা কৰি ভীমৰ হাতত সোধাই দিয়াদি, এই বিষয়া জনেও ফুকনক সহায় কৰিবলৈ গাত লৈ, তেওঁক নি, মান ৰজাৰ আগত থিয় কৰিলে। বদনে অসমৰ দুৰৱস্থাৰ কথা তিলকে তাল কৰি মান-ৰজাৰ আগত বৰ্ণনা কৰিলে আৰু .দেশত শান্তি স্থাপন কৰিবলৈ কিছুমান সৈন্য খুজিলে। দেশৰ দুৰৱস্থাৰ কথা শুনি মান-ৰজাই ছহেজাৰ সৈন্য বদনৰ লগত পঠিয়াই দিলে, কিন্তু অসমৰ দুৰ্ভাগ্যবশতঃ সেই সৈন্যদলে দেশত শান্তি স্থাপন কৰা দূৰত থাকোক, অশান্তিৰ সাগৰতহে জুবুৰিয়াই পেলালে। সিহঁতৰ অত্যাচাৰত বুঢ়া-ডেকা, লৰা-ছোৱালী, জীয়াৰী-বোৱাৰী—সকলোৰে থান-থিত হেৰুৱাই, মান-মৰ্য্যাদাত জলাঞ্জলি দি, পলাবলৈ ধৰিলে। লৰা-বুঢ়াৰ আৰ্ত্তনাদত. সতীৰ গগনভেদী চিঞৰত আকাশ বিদীৰ্ণ হবলৈ ধৰিলে। এবাৰ নহয়, দুবাৰ নহয়, সিহঁত তিনিবাৰ এই দেশলৈ আহে। কিন্তু তাৰ বিস্তাৰিত বিৱৰণ দি পুথিৰ কলেৱৰ বঢ়োৱাৰ আৱশ্যক নাই, বুৰঞ্জী-পাঠকসকলে তাক ভালকৈ জানে। তৃতীয় বাৰৰ মানৰ আক্ৰমণত স্বৰ্গদেৱে খেদা খাই ব্ৰিটিছ ৰাজ্যত সোমাল গৈ। ইফালে মানহঁতে প্ৰজাৰ ওপৰত অবৰ্ণনীয়

অত্যাচাৰ কৰি দেশ ছাৰ-খাৰ কৰিবলৈ লাগিল। স্বৰ্গদেৱে লাজ আৰু অপমানত মৰণান্তিক হৈ কিছুমান বাছে বৰণীয়া সৈন্য গোটাই লৈ মানৰ বিৰুদ্ধে চোঁচা ল'লে আৰু দুই এটা সৰু-সুৰা মান-সেনাৰ দল পৰাস্ত কৰি উজাই আহিবলৈ ধৰিলে। তাকে দেখি, দুই এজন সাহিয়াল বীৰ পুৰুষে স্বৰ্গদেৱক সাহায্য কৰিবলৈ আগ বাঢ়িল। আমি নৈৰ দাঁতিত লগ পোৱা ডেকাজনো তাৰে এজন। স্বৰ্গদেৱ উজাই অহাৰ খবৰ পাই তেওঁ কিছুমান সৈন্য গোটাই লৈ তেওঁৰ লগ লবলৈ ওলাইছে। তেওঁ সৈন্যবোৰক তেওঁৰ সহকাৰী এজনৰ লগত আগেয়ে পঠিয়াই দি ভৰলী-ঘাটত ৰ'বলৈ কৈছিল। কিন্তু নিজে বাট ভুল কৰি, নিৰ্দ্দিষ্ট ঘাটলৈ নগৈ এইটো ঘাটত ওলাইছেহি আৰু নিজৰ ভুল বুজিব নোৱাৰি, কোনোবা ঘূৰণ বাটে আহোঁতে সৈন্যবিলাকৰহে পলম হৈছে বুলি ভাবি, বাট চাই বহি আছে।



# তৃতীয় অধ্যায়।

——:•:——

## ডেকা-গাভৰু।

গাভৰু অদৃশ্য হ'লত ডেকাই প্ৰথমতে একো স্থিৰ কৰিব নোৱাৰিলে। স'চাকৈয়ে গাভৰু দেবী নে মানবী? যদি দেবী, তেনেহ'লে তেওঁক দেখিয়েই অন্তৰ্দ্ধান হ'ল; যদিহে মানবী, তেনেহলে নিশ্চয় পানীত পৰিল। যদিও একে সময়তে তেওঁৰ মনত এই দুই বিৰুদ্ধ ভাবনাই ঠাই পাইছিল, তথাপি তেওঁ তাকে ভাবি সময় নষ্ট কৰা নাছিল! ভাবনাৰ লগে লগেই তেওঁ গৈ পানীৰ কাষ পালে। হঠাৎ তেওঁৰ চকুত পৰিল— পানীৰ মাজত একোছা চুলি আৰু এটি সুগোল বাহু। তেওঁ আৰু অলপো অপেক্ষা নকৰিলে; সহজে সোলোকাব পৰা সাজ-পাৰ খিনি একে আজোৰেই সোলোকাই থৈ জঁাপ মাৰি পানীত পৰিল।

নৈৰ পানী পাৰৰ ওচৰত ইমান কম আছিল যে অলপ নামি নগলে কলহ-টেকেলি ভৰাব নোৱাৰি। সেই বুলি বেছি মাজলৈ নামি গলে ঘুলিত সোমোৱাৰ ভয়ো আছে। ঘুলিটো পাৰৰ পৰা দুই নল মান আঁতৰত, আৰু বৰ দ; দাঁতিটো এনে আওগৰীয়া আৰু পিছল যে এবাৰ তাত ভৰি দিলে একেবাৰেই

তলি নেদেখাকৈ উলটি অহা অসম্ভব। গাভৰুৰো আজি সেয়ে হ'ল। আন সময়ত তেওঁ এই ঘুলিলৈ লক্ষ্য ৰাখি পানীত নামে; আজি কিন্তু সেই অপৰিচিত ডেকাক দেখি কিবা ভাবনাত মগ্ন হৈ সেই কথা পাহৰি গ'ল। অজ্ঞাতসাৰে ঘুলিৰ দাঁতিত ভৰি দিলে আৰু মুহূৰ্ত্ততে ঠাউনি নোপোৱা পানীত পৰি কৰবক কৰিবলৈ ধৰিলে।

অলপ সময়ৰ ভিতৰতে গাভৰুক লৈ ডেকাজন পাৰলৈ উঠিল। পানীত পৰাৰ পৰা গাভৰুৰ আন অপকাৰ বিশেষ একো হোৱা নাছিল, মাথোন হঠাৎ ভয় পোৱাৰ বাবে মূৰ্চ্ছা গৈছিল। অলপ পিচতে তেওঁৰ সম্পূৰ্ণৰূপে সংজ্ঞা আহিল; পানীত পৰোঁতে গাভৰুৰ সাজ-পাৰ বিশৃঙ্খল হৈ পৰিছিল। ৰিহাৰ আচল খহি গৈছিল, চুলিবিলাক সিচৰতি হৈ পৰিছিল। এতিয়া এজন অচিনাকি মানুহৰ আগত তেওঁ নিজৰ অৱস্থাটো দেখি লাজতে ৰঙা পৰিল; লৰালৰিকৈ কাপোৰ-কানিখিনি ভালকৈ ল'লে। ডেকাজনে তেতিয়া কিবাকিবি কেইবাটাও প্ৰশ্ন সুধিলে, কিন্তু গাভৰুৰ মুখৰ পৰা কোনো কথা নোলাল। ডেকাই তেওঁক কেনে অৱস্থাত সাবটি ধৰি পাৰলৈ তুলিছিল, সেই কথা ভাবি তেওঁ লাজতে মূৰ দাঙিব নোৱৰা হ'ল; এবাৰ কি হ'বাৰ যদিও চেষ্টা কৰিছিল, তথাপি ডেকাৰ চকুত চকু পৰা মাত্ৰকে আকৌ তলমূৰ কৰিলে। ডেকাই আন প্ৰশ্নৰ উত্তৰ নাপাই শেহত সুধিলে:—"তুমি জানো অকলৈ ঘৰলৈ যাব পাৰিবা?"

গাভৰুৱে মূৰ দুপিয়াই ক'লে :—"ওঁ।"

ডেকা।— ঘৰ কিমান দূৰৈত ?

গাভৰুৱে ওচৰৰ বাৰীখন আঙুলীয়াই দেখুৱালে।

ডেকা।—বেলি পৰিবৰ হল; তুমি তেন্তে এতিয়া লাহে লাহে যোৱাঁ।

গাভৰু যাবলৈ ওলাল ; এবাৰ শৰীৰ আৰু মনৰ সকলোখিনি শক্তি প্ৰয়োগ কৰি মূৰটো দাঙিলে আৰু যুবকৰ প্ৰতি দৃষ্টিপাত কৰিলে। ইমান বেলি যুবকে যিবোৰ প্ৰশ্ন কৰিছিল, তাৰ সকলো উত্তৰ যেন এই দৃষ্টিত মিহলি হৈ আছিল। কিন্তু সেই দৃষ্টি দীঘলীয়া নহয়, পিচ মুহূৰ্ত্ততে আকৌ মূৰ দোঁ খাই আছিল। ডেকাই কলে—"যোৱাঁ, ঈশ্বৰে তোমাৰ মঙ্গল কৰক।"

গাভৰুৱে এই বাৰ প্ৰথম কথা ক'লে :—"আপুনি মোৰ প্ৰাণ ৰক্ষা কৰিছে, মই আজীৱন আপোনাৰ ওচৰত ধৰুৱা হৈ থাকিম।"

ডেকা।—মই মাথোন মোৰ কৰ্ত্তব্য কৰিছোঁ। তোমাৰ প্ৰাণ ৰক্ষা কৰাত মোৰ কোনো হাত নাই, সি ঈশ্বৰৰ করুণা মাথোন।

গাভৰু।—তথাপি আপুনি ঈশ্বৰৰ হাতৰ অস্ত্ৰ স্বৰূপে কাম কৰিছে।

ডেকা।—গতিকে, প্ৰশংসাৰ ভাগো ঈশ্বৰে পাব। অস্ত্ৰই শলাগ পাব নোৱাৰে।

গাভৰুৱে কিবা এটা ক'ব খুজিছিল, এনেতে ফুলনিত এটা শব্দ উঠিল গাভৰুৱে দেখিলে যে তেওঁলোকৰ বুঢ়া লগুৱাটোৱে কিবা ডাল এটা কাটিছে। "এজন ডেকাৰ লগত এইদৰে কথা পাতি থকা দেখিলে তেওঁ কি বুলিব" ইয়াকে ভাবি তেওঁ যুবকৰ ওচৰত কৰযোৰে বিদায় লৈ যাবলৈ ওলাল আৰু সতৃষ্ণ দৃষ্টিৰে এবাৰ যুবকলৈ চাই ক'লে,—"আপুনি অকলশৰীয়া, সন্ধিয়াও লাগি আহিল; যদি অলপ কষ্ট কৰি, দুখীয়াৰ ভগা বহাত ৰাতিটো—"

হঠাৎ কিবা এটা ভাবে তেওঁৰ কথাৰ মাজত বাধা জন্মালে। কিন্তু ডেকাই বুজিবলৈ একো বাকী নাথাকিল। লাহেকৈ ক'লে,—"বাৰু, ভাবি-চিন্তি চাই যি হয় কৰিম।"

এনেতে লগুৱাটোও তাতে ওলালহি। গাভৰুলৈ চাই কলে:—"আইদেউ! এই সন্ধিয়া পৰত তুমি ইয়াত কি কৰিছা?"

গাভৰু লাজত ৰঙা পৰি লাহে লাহে সকলো কথা ক'লে।

লগুৱাটোৱে তেতিয়া ডেকাজনলৈ চাই সুধিলে,—"আপুনি ক'ৰ পৰা আহিছে?"

ডেকা।— মই বহুত দূৰৰপৰা আহিছোঁ।

লগুৱা।—পাছে, ইয়াতে দেখোন আন্ধাৰ হ'লহি ৰাতিটো নো ক'ত থাকিব খুজিছে?

ডেকা।—য'তে সুবিধা হয়।

লগুৱা।—তেনেহলে আমাৰ ঘৰলৈকে আহক।

ডেকা।—সম্প্ৰতিকে মই কলৈকো যাব নোৱাৰোঁ, মোৰ কেইজনমান লগৰীয়া আছে, তেওঁলোক এতিয়াও আহি পোৱা নাই।

লগুৱা।—যদি তেওঁলোক আজি নাহে ;

ডেকা।—তেতিয়া যি হয়, এটা কৰা যাব।

লগুৱা।—বাৰু, আপোনাৰ যি ইচ্ছা তাকে কৰক। আমি এতিয়া আহিলোঁহে। কিন্তু এটা কথা। আপুনি যেনে তেনে দুখীয়াৰ বহাত যেন এবাৰ ভৰিৰ ধূলা পেলাই আনন্দ দিয়ে।

তাৰ পাচত, আগে আগে লগুৱাটো আৰু পাচত গাভৰু ঘৰমুৱা হৈ যাবলৈ ধৰিলে। যাবৰ সময়ত গাভৰুৱে ডেকাৰ ফাললৈ কেৰাহিকৈ চাই যাবলৈ ধৰিলে। ই কিহৰ চাৱনি! কৃতজ্ঞতা প্ৰকাশৰ দৃষ্টি নে ? নিশ্চয নহয়। এই দৃষ্টিত হৃদয়ৰ অন্ত স্থলৰ কিবা এটি গুপুত বাসনাৰ ৰহণ জিলিকি পৰিছে।

ডেকায়ো চকুৰে দেখালৈকে একে থৰে গাভৰুলৈ চাই থাকি, অদৃশ্য হলত, আকৌ আগৰ শিলটোতে বহি কিবাকিবি ভাবিবলৈ ধৰিলে। তেওঁৰ দৃষ্টিতো যেন কিবা এটি বাসনাৰ ছাঁ পৰিছিল।



# চতুৰ্থ অধ্যায়।

—:০:—

## ফুলেশ্বৰী।

গাভৰু যদিও ঘৰলৈ গ'ল, তথাপি তেওঁ নৈলৈ আহোঁতে যেনে ভ'ৰে আহিছিল, তেনে ভাৱেই ঘৰলৈ উলটি যাব নোৱাৰিলে। নৈলৈ যাওঁতে তেওঁৰ বদন প্ৰফুল্ল আৰু ওঁঠত চিৰলগৰীয়া মিচিকিয়া হাঁহিয়ে খেলা কৰি আছিল। কিন্তু এতিয়া তেওঁৰ মুখত চিন্তাৰ কলীয়া ৰেখা জিলিকি পৰিছে। তেওঁৰ যেন কিবা এবিধ অলঙ্কাৰ কোনোবাই চুৰ কৰিলে! চুৰ নো কোনে কৰিব? তেওঁ তো কোনো চোৰৰ লগ পোৱা নাই; মুঠেই, সেই অপৰিচিত ডেকাৰ লগত দেখা হৈছিল। তেওঁ জানো চোৰ? নিশ্চয় চোৰ। তেওঁ আন বস্তু চুৰ কৰোক নকৰোক, মানুহৰ মন চুৰ কৰে। নহলে ইমান সোনকালে গাভৰুৰ মুখৰ হাঁহি, মনৰ প্ৰফুল্লতা, আঁতৰ নহলহেঁতেন। ক্ষণেকৰ আগেয়ে হাঁহি-মাতি আনন্দত ওপঙি ফুৰা গাভৰু ইমান সোনকালে যোগিনীৰ দৰে গভীৰ ধ্যানত মগ্ন নহলহেঁতেন। তেওঁ ভাবি চিন্তি চাই দেখিলে যে তেওঁৰ হৃদয়-মন্দিৰৰ মাজত অজ্ঞাতসাৰে কোনোবা দেৱমূৰ্ত্তি প্ৰতিষ্ঠিত হ'ল। তেওঁ সেই মূৰ্ত্তি আঁতৰাবলৈ যিমান চেষ্টা কৰে, সিমান বেছিকৈ লিপিত খাই হে ধৰে।

গাভৰুৰ নাম ফুলেশ্বৰী। দেউতাকৰ নাম কনকচন্দ্ৰ শইকীয়া। তেওঁৰ বয়স এতিয়া পঞ্চাচ বছৰ। পত্নীহীন কনকৰ ফুলেই এক মাত্ৰ আদৰ আৰু যত্নৰ ধন, ফুলেই একমাত্ৰ জীৱন-সৰ্ব্বস্ব, ফুলেই সকলো আশা ভৰসাৰ স্থল। পত্নীবিয়োগৰ লগে লগে তেওঁ সংসাৰ এৰিবলৈ মন কৰিছিল; কিন্তু ফুলক এৰি যাবলৈ,—তেওঁৰ আন্তৰিক চেনেহৰ লাড়ু পৰৰ হাতত গচ্ছিত ৰাখিবলৈ, সাহ নহ'ল। সেই কাৰণে, তেওঁ ঘৰতে এটা নামঘৰ সাজি লৈ সকলো সময় ধৰ্ম্ম কাৰ্য্যত অতিবাহিত কৰিবলৈ ধৰিলে। গাৱঁৰ মানুহে তেওঁক নথৈ ভক্তি কৰে আৰু কিবা কাৰ্যাত সাহায্য খুজিলে কেওঁ তাত পিচ নোহোঁহকে। ওচৰৰে এজনী তিৰুতাই তেওঁৰ ভিতৰুৱা কাজ-কাম কৰে আৰু চাউলপাত বানি-খুন্দি দিয়ে। তেৰোঁ তাইক লাগতিয়াল বস্তু-বাহানিৰে সাহায্য কৰে।

ফুলেশ্বৰীৰ বয়স এতিয়া চৈধ্য বছৰ। নৈৰ পৰা পানী কঢ়িওৱা, বাপেকৰ আলপৈচান ধৰা আৰু সময়মতে শাকপাচলি আদি যত্নোৱাটোৱেই তেওঁৰ কাম। কনকে নিতৌ সন্ধিয়াতে গা পা ধুই গোঁসাই-সেৱা কৰি ভাত ৰান্ধে গৈ আৰু ভাত হলে চেঁচা হয় মানে কীৰ্ত্তন বা ঘোষা পুথিৰ পৰা আধ্যাচেৰেক মান পঢ়ে।

সন্ধ্যা লাগি ভাগিলহি। কনকে ভাত পানী ৰান্ধি নামঘোষা পুথিখন উলিয়াই লৈ পঢ়িবলৈ লাগিল। ফুলেও ওচৰতে বহি

মাজে মাজে দুই এটাৰ অৰ্থ সুধি শুনি থাকিবলৈ ধৰিলে। কিন্তু আজি তেওঁ অন্যমনস্ক। কনকে পঢ়িলে,—

শিশুৰ বিষয় আশা আগ, যুবা সেৱা কৰে পায়া লাগ,
বৃদ্ধে ভোগ কৰি পিঠি দিলে বিষয়ক।
হৰি ভকতিক পৰিহৰি বৃদ্ধে বিষয়ক টেৰ কৰি
পুনু পালটিয়া নিৰখি আছে কিসক ॥
বালকে কৰোক বহু মান, যুবায়ে সেবোক পাৰে মান,
বৃদ্ধ বিষয়ৰ বহিৰ্ভূত হৈয়া গৈল।
ভোগ কৰিবাক নপাৰয় তথাপিতো আশা নছাড়য়,
হৰি হৰি হৰি কিনো বিপৰীত ভৈলা ॥
বৃদ্ধ সৱে জানা বিষয়ক ভোগ কৰিবাক নপাৰয়,
ভক্তিহীন বৃদ্ধে তাজিতে সমথ নয়।
দশন-বিহীন কুক্কুৰা যেন হাড় চোবাইবাক নপাৰয়,
জিহ্বা লৰবৰ কৰি মাত্ৰ চেলেকয় ॥

এইখিনিলৈকে পঢ়ি কনকে এটা বিষাদপূৰ্ণ হুমুনিয়া কাঢ়িলে, পুথিখন জপাই থৈ ফুলক কলে, "আই অ'! পানী এটোপা আনচোন, হাতটো ধোওঁ।" ফুলে পানী এলোটা আনি দিলে, কনক হাত ধুই ভাতৰ চৰুলৈ গ'ল। ফুলক কলে—"আই! ভাত বাঢ়োঁমানে অলপমান পঢ়চোন"

ফুলে লিখিবলৈ শিকা নাই যদিও পুথি পঢ়িব পাৰে। কনকৰ লৰা নথকাত ফুলকে ফলাকেখন আৰু বাৰেমতৰা শিকাইছিল। তাৰ সাহায্যেৰে তেওঁ এতিয়া দুখনমান সাঁচিপতীয়া পুথিও

লুটিয়াইছে। বাপেকৰ কথা শুনি পুথিখন মেলি পঢ়িবলৈ ধৰিলে।—

ব্ৰহ্মা আদি কৰি জীৱ যত ৰাম ৰাম ৰাম ৰাম ৰাম
মায়া-শয্যা মাজে আছয় ঘুমটি যাই।
তুমি সি চৈতন্য সনাতন ৰাম ৰাম ৰাম ৰাম ৰাম
আমি অচেতন নিয়োক নাথ জগাই ॥
ক্ষুদ্ৰ সুখে বহু আশা কৰি ভৱ কূপে জীৱ আছে পৰি
কাল-সৰ্পে দংশি হৰিল চেতনা তাৰ।
মোক্ষৰূপ তযু বাক্যামৃত কৃপায়ে সিঞ্চিয়া প্ৰতিনিত
দয়াময় কৃষ্ণ কৰিও মোক উদ্ধাৰ ॥

ফুলৰ মাত বৰ সুৱলা আছিল। তেওঁ পঢ়ি পঢ়ি এইখিনি পাইছে, কনকে একেথৰে শুনি আছে, এনেতে বাহিৰত এটা খট্‌খট শব্দ আৰু লগে লগে এটা গল—হেকাৰি শুনা গ'ল। শুনিয়েই ফুলে চিঞৰ মাৰি উঠিল। কনক উধাতু খাই লৰি আহি ফুলৰ কাষ পালে আৰু কি হ'ল সুধিবলৈ ধৰিলে। ফুলে কঁপি কঁপি সেহাই সেহাই ক'লে,--"মা—আ—ন।"

কনকচন্দ্ৰ কঁপি উঠিল; কৰুণ সুৰেৰে ক'লে, "মান! সৰ্ব্বনাশ! এতিয়া মোৰ দশা কি হ'ব? মোৰ যেই নোহোক মোৰ ছোৱালীৰ—" কথা শেষ নহল; তেওঁৰ দুচকুৰে দুধাৰ চকুলো বৈ গ'ল। সাহত ভৰ দি, দীঘল দা এখন লৈ দুৱাৰ-মুখত থিয় দি, প্ৰতি মুহূৰ্ত্তে মানৰ আক্ৰমণলৈ অপেক্ষা কৰি ৰ'ল, কিন্তু মান নাহিল। কনকে কিছুমান বেলি বিস্মিত আৰু

সচকিত নেত্রে দুৱাৰলৈ চাই থাকি, কাকো দুৱাৰ ভাঙি সোমাবলৈ চেষ্টা কৰা নেদেখি বুজিলে মান অহা নাই। কিন্তু আকৌ ভাবিলে,—মানৰ বাহিৰে কোনে এই মাজ নিশা মনে মনে মোৰ চোতালত ভৰি দিবহি? তেনে হলে মানেই নে কি? যদি মান হয় তেন্তে ইমান বেলিয়ে ভিতৰ সোমোৱা নাই কিয়? নিশ্চয় সি মান নহয়। কোনোবা পথভ্ৰান্ত পথিক বা? কনকে মৰোঁ-জীওঁ-সোঁ-আধিকৈ মাত লগালে:—
"কোন?"

"মই দূৰণিবটীয়া মানুহ"

"কলৈ যোৱা?"

"থাকিবলৈ আশ্ৰয় বিচাৰি আহিছোঁ।"

কনকৰ মনৰ ভয় দূৰ হ'ল, দুৱাৰ মেলি দি ক'লে:—"ভিতৰলৈ সোমাই আহাঁ।"

"এটা ঘোৰা আছে, তাক বান্ধি থলে হে যাব পাৰোঁ।"

কনকে গোহালি ঘৰলৈ আঙুলীয়াই ক'লে—সেই ঘৰটোৰে মুখৰ খোটালী শুদা হৈ আছে, তাতে বান্ধা। মই যাব নোৱাৰোঁ, ধুতি কাপোৰেৰে আছোঁ। লগুৱাটোও ঘৰত নাই।

অলপ পাচত এটি বীৰ-লক্ষণ-সম্পন্ন ধুনীয়া ডেকা সোমাই আহিল। কনকে বহিবলৈ দি দেশীয় ৰীতিমতে তামোল ছালি খাবলৈ দিলে। তাৰ পাচত দুয়ো কথা-বাৰ্ত্তা হবলৈ ধৰিলে।

কনক।—বোপা! ইমান ৰাতি তুমি নো কলৈ যোৱা?

আলহী।—কিবা এটা সকামত এই ফালে যাবলৈ আহিছিলোঁ। পিচে, বাটতে ৰাতি হোৱাৰ কাৰণে আপোনাৰ ঘৰত আলহী হ'ব লগাত পৰিলোঁ।

কনক।—কি কাম?

আলহী।—যাৰে তাৰে আগত কবলৈ ইচ্ছা নকৰোঁ।

কনক।—ক'লে জানো কিবা অপকাৰ আছে?

আলহী।—অপকাৰ হোক বা নোহোক, মনত কল্পনা কৰা কথা ক'বলৈ বৰ ভাল যেন বিবেচনা নকৰোঁ। কিয়নো কৃতকাৰ্য্য হব নোৱাৰিলে পাচত লাজত পৰিব লাগিব।

কনক।—কথাটো বুজিব নোৱাৰিলো।

আলহী—বুজাই দিবৰ মোৰো ইচ্ছা নাই।

কনক—বাৰু যদি তোমাৰ একান্ত ক'বৰ ইচ্ছা নাই, তেন্তে নালাগে ক'ব। কিন্তু কোৱা হলেও সেই কথা আনে নাজানিলেহেঁতেন।

আলহী।—বাৰু, আপোনাৰ কথাতে বিশ্বাস কৰি মই ক'ম। কিন্তু এতিয়া ৰাতি বহুতো হ'ল; সেই কাৰণে, সেইবোৰ কথা পুৱালৈ থাকোক। এতিয়া বৰ ভাগৰ লাগিছে, শুবলৈ এটা দিহা কৰি দিলেই হয়।

কনক।—নহয় বোপা! দুখে-ভাগৰে আহিছা, এতিয়া গাটো ধোৱাঁ। মই চাউল-পাত যত্নাই দিওঁ, তুমি এমুঠি সিজোৱাঁ।

আলহী—নহয় বুজিছেনে! মোক আৰু সেই বিষয়ে নধৰিব।

কনক।—সেইটো হবই নোৱাৰে। অতিথি পাই সৎকাৰ নকৰাকৈ কেতিয়াও এৰিব নোৱাৰোঁ আৰু তেনে কৰিলে মোৰ পিতৃ-পিতামহে নকৰা কাম কৰিব লাগিব।

আলহী নিমাত হ'ল।

কনকে আলহীৰ আপাদমস্তক নিৰীক্ষণ কৰি অলপ পাচত্তে সুধিলে,—"বোপা! তুমি ক'ৰ পৰা আহিছা ?"

আলহী।—ধৰ্ম্মপুৰৰ পৰা।

কনক।—নাম কি ?

আলহী।—দেবেন্দ্ৰনাথ বৰুৱা।

কনকে অলপ বেলি ৰ লাগি থাকি ক'লে, "বোপা! মই তোমাক দেখিবৰে পৰা চিনো চিনো লাগিছে। তুমি মহেন্দ্ৰনাথ বৰুৱাৰ পুতেক নোহোৱা নে ?"

দেবেন্দ্ৰই 'হওঁ' বুলি কৈ কনকৰ মুখৰ পৰা ভৰিলৈকে চাবলৈ ধৰিলে।

কনক।—বোপা! মই যি সন্দেহ কৰিছিলোঁ, সেয়ে। তুমি মোৰ অতি আপোন মানুহ। তোমাৰ দেউতাৰা মোৰ পৰম বন্ধু আছিল আৰু দুয়োৰো ঘৰলৈ দুয়োৰো অহা যোৱা চলিছিল। পিচে মোৰো পৰিবাৰ ঢুকাল, তোমাৰো দেউতাৰাৰ মৃত্যু-বাতৰি শুনিলোঁ। তেতিয়াৰে পৰা আজি সাত বছৰ হ'লহি, মই সেই ফাললৈ মুকে কৰা নাই। মই দেখোঁতে তুমি সৰু আছিলা, সেই হে চিনোতে পলম হ'ল। কিয়, তুমি কনকচন্দ্ৰ নামে কাৰো নাম শুনা নাই নে ?

দেবেন্দ্র।—শুনিছিলোঁ, সেইটো আপোনাৰ নামেই নে ?

কনক।—এৰা।

দেবেন্দ্র —হওঁতে ময়ো আপোনাক দেখা মনত পৰিছে। আজি বহুত দিন দেখা নাই দেখি হে পোনেই চিনিব নোৱাৰিছিলোঁ। পিচে, আপোনাৰ আৰু কোন আছে ?

কনক।- বোপা! সেইবোৰ নো কি সোধা ? সকলোৰে মূৰ-হাড় খাই ঢুকুৰালোঁ। এতিয়া মাথোন ছোৱালী এটী আছে! তাইৰো দেখোন বিপদ-আপদ নুগুচেই। আজি পানী আনিবলৈ যাওঁতেই ঘুলিত পৰি মৰাহে। পিচে, কোনোবা এজন সদাশয় মানুহৰ দয়াতহে ৰক্ষা পৰিল।

দেবেন্দ্র।—ধৰ্ম্মত থাকিলে নিশ্চয় ঈশ্বৰে দয়া কৰিব।

কনক।—মানুহজনক এবাৰ ধন্যবাদ দিবলৈকো নাপালোঁ; তেওঁ বা ক'ৰ মানুহ আছিল ?

দেবেন্দ্র।—তেওঁ যেৰে মানুহেই হওক, তেওঁ তেওঁৰ কৰ্ত্তব্য কৰিছে; সেই বাবে তেওঁক শুনাই ধন্যবাদ দিয়াৰ কোনো প্ৰয়োজন নাই। কৰ্ত্তব্যপৰায়ণ হ'বলৈ তেওঁক আশীৰ্ব্বাদ কৰক, তেতিয়া হলেই কৃতজ্ঞতা প্ৰকাশ কৰা হব।

কনক।—সেইটো হয়। পিচে, এতিয়া খোৱা-বোৱাৰ কি কৰা ? হওঁতে তোমাৰ দেউতাৰা থাকোঁতে, আমাৰ মাজত একো ঘিণ-ঘাণ নাছিল। আন কি, দুয়ো একেখন পাতত খাইছিলোঁ। এতিয়া যদি তুমি নিজে সিজাবলৈ এলাহ কৰা আৰু মোলৈ ঘিণ নকৰা তেন্তে মোৰ—

দেবেন্দ্র।—সেইটো কবই নালাগে ; আপোনাৰ হাতে খাবলৈ মোৰ কোনো আপত্তি নাই।

কনকে "আই অ' ফুল। এওঁক গা ধুবলৈ পানী-তুনি যত-নাই দে, মই ভাত বাঢ়োঁগৈ" বুলি ভাত-চৰুলৈ গল

দেবেন্দ্ৰৰ শিৰে শিৰে প্ৰবল ধুমুহা বলিবলৈ ধৰিলে ; গোটেই গা কঁপি উঠিল। 'ফুল! ফুল কোন? অ, কনকৰ এটী ছোৱালীহে আছে তেনেহলে নৈৰ ঘাটত লগ পোৱা সেই অপেচৰী যেন ছোৱালীটীৰ নামেই ফুল "

পাঠক সকলে বুজিব লাগিব যে দেবেন্দ্ৰ সেই নৈৰ ঘাটৰ শিলত বহি থকা মানুহ জনেই। দেবেন্দ্ৰ আৰু কনকে কথা-বতৰা হৈ থাকোঁতে ফুলে পাৰৰ আঁৰত বহি সকলো শুনি আছিল। বাপেকৰ আদেশ পাই কলহ-চুৰীয়া আদ ঠিক কৰি দিলে। কিন্তু দেবেন্দ্ৰই গা ধোৱাৰ কথালৈ পাহৰি ফুলৰ কথা ভাবিবলৈ ধৰিলে। কিবা এটা অফুট ভাৱে তেওঁৰ অন্তৰত খৌকি-বাখৌ লগালে। ফুলৰ মোহিনী মূৰ্ত্তি তেওঁৰ মানস-পটত আগতকৈও উজ্জ্বল হৈ উঠিল। তেওঁ মনে মনে কলে :—"ঈশ্বৰৰ করুণা হলে মোৰ আশা পূৰ হবলৈ বেছি টান হব নাপায় যদি এই যাত্ৰাৰ পৰা সুকলমে ঘুৰি আহিব পাৰোঁ, তেন্তে নিশ্চয় এদিন এই সুগন্ধি ফুলৰ পৰিমলেৰে সৈতে উমলিবলৈ পাম।"

দেবেন্দ্ৰ গা ধুবলৈ উঠা দেখি কনকে আকৌ মাত লগালে :—"বাপা! কি কৰিছা? ৰাতি বহুতো হল ; যোৱাঁ,

গা ধোৱাঁ গৈ। দুখেভাগৰে আহিছা, লৰালৰি কৰিলে হে যদি ভালকৈ এঘুমটি শুবলৈ পোৱা।”

দেবেন্দ্ৰই ধৰা পৰাৰ ভয়ত লৰালৰিকৈ উঠি সাজটো থৈ গা ধুলে গৈ আৰু অলপমান সময়ৰ পাচতে খোৱা-বোৱা শেষ কৰিলে। তাৰ পাচত, তামোল-ছালি খাই কনক আৰু দেবেন্দ্ৰই কিবাকিবি ঘৰুৱা কথা পাতি থাকোঁতেই ফুলে শোৱাৰ দিহা কৰি ৰাখিলে। তেতিয়া কেউজন গৈ নিজ নিজ শোৱাপাটীত পৰিল।

দেবেন্দ্ৰ পাটীত পৰি কিছুমান বেলিলৈ চটফটাই থাকিবলৈ ধৰিলে। ফুলৰ মুখৰ জেউতিয়ে ঘনে ঘনে তেওঁৰ চকুৰ আগত নৃত্য কৰিবলৈ লাগিল। কিন্তু ভাগৰত ক্লান্ত হৈ থকা বাবে অলপ পাচতে টোপনি আহিল।

আন ফালে, ফুলৰ বেমাৰ দেবেন্দ্ৰতকৈও টান। তেওঁৰ কোমল হিয়া-ফুল-কলিত দেবেন্দ্ৰ-পোকে ধৰিলে। তেওঁ যেই পিনেই চাই সেই পিনেই দেবেন্দ্ৰ। তেওঁৰ মানত আকাশতো দেবেন্দ্ৰ, পতালত দেবেন্দ্ৰ, পৃথিবীতো দেবেন্দ্ৰ। গছ-লতা, ফল-ফুল, জোন-তৰা, বাৰ-ছাল সকলোতে দেবেন্দ্ৰৰ জেউতিয়ে আন সকলোৰে জেউতি চেৰ পেলাইছে। তেওঁ দেবেন্দ্ৰৰ মূৰ্ত্তি-পট চাই চাই কত বেলি চটফটাই আছে! তথাপি টোপনি নাহে। এবাৰ চিলমিলকৈ অলপ টোপনি আহিছিল, এনেতে ওচৰত থকা আম গছজোপাৰ ডালৰ পৰা এটা ফেঁচাই ভয় লগা চিঞৰ মাৰিলে,—“নি-ই-উ”। ফুল চক্ খাই উঠিল।

আকৌ সেই চিন্তা, আকৌ সেই দেবেন্দ্রৰ মূৰ্ত্তি। এইদৰে দেবেন্দ্ৰৰ ভাৱত বিভোল হৈ থাকোঁতেই ৰাতি শেহ-নিশা হ'লহি। লাহে লাহে শান্তিময়ী নিদ্ৰা-দেবীয়ে তেওঁৰ কোলাত ঠাই দি, ফুলৰ মনৰ চিন্তা-ভাবনা আঁতৰ কৰিলে। কিন্তু দেবেন্দ্ৰ-পটখনি সিমানতো দূৰ নহ'ল, আকৌ স্বপ্নৰূপে তেওঁৰ কাষ চাপিবলৈ ধৰিলে।

—:০:—

## পঞ্চম অধ্যায়।

——:০:——

### বিদায়।

ৰাতি পুৱাই আহিছে। নিস্তব্ধ জগতৰ নিফুট প্ৰাণ-বীণা বাজি উঠিছে। পূবফালে ৰঙা বেলিয়ে অলপ অলপকৈ দেখা দিছে কিন্তু চোকা তেজ দেখুৱাব পৰা নাই। তৰাবিলাকে বেলিৰ ৰশ্মিৰ আগত নিজৰ ক্ষুদ্ৰ ৰশ্মি দেখুৱাবলৈ লাজ পাই বোৱাৰী ছোৱালীৰ দৰে মেঘৰ ওৰণি লৈছে গৈ। গৃহস্থৰ ঘৰৰ ওপৰেদি দুই এটা কাউৰীয়ে 'ৰাতি পুৱাল', 'শুই নেথাকিবি', 'কামলৈ যাহি' বুলি সিহঁতৰ ভাষাৰে ৰিডিয়াই ৰিডিয়াই কৈ উৰি গৈছে। ৰাতি "নিউ নিউ"কৈ ভয়লগা চিঞৰ মৰা ফেঁচাই এতিয়া

সুৱলা মাতেৰে কুক্কলি দিছে। দুটা এটা কেৰ্কেটুৱাই মনে মনে লোকৰ ভঁৰালত সোমাই, ধানৰ চেঁই কঢ়িয়াইছে। কোনো তিৰোতাই গিৰিয়েকক কোনো দূৰৈ ঠাইলৈ পঠিয়াব লগা হোৱাত পাটীৰ পৰা উঠি কাষত কলহ লৈ পানী আনিবলৈ গৈছে। ধীৰে ধীৰে পুৱাৰ মলয়া বলিছে আৰু গছবোৰত লাগি শোঁ-শোঁকৈ শব্দ উঠিছে। দুই এজন পুৱাতে উঠা অভ্যাস থকা মানুহে শোৱাৰ পৰা উঠি পিৰালি কাথিত বহি মুখ ধুইছে। এনে সময়তে, আমাৰ ফুল আইদেৱেও শোৱাৰ পৰা উঠি কাষত কলহ এটা লৈ নৈ পালে গৈ, পানীত নামি হাত মুখ ধুলে আৰু তাৰ পাচত একলহ পানী লৈ উভতি আহিল। দেবেন্দ্ৰ আৰু কনক এতিয়াও উঠা নাই। ফুলে কাকো নজগাই চোতাল পদূলি সাৰিলে,—চ'ৰা ঘৰৰ দুৱাৰ মুখত দুখন পীৰা পাৰি ওচৰতে এটা লোটা আৰু এখন গামোচা ঠিক কৈ ৰাখিলে। কাষতে তামোলৰ বটাটো সজাই থলে। তাৰ পাচত লাহে লাহে ফুলনিত সোমাল গৈ আৰু এজোপা বকুল গছৰ তললৈ গ'ল। বকুলৰ সৰু সৰু ধুনীয়া ফুলবোৰ তল ঢাকি সৰি মলমলাই আছিল, ফুলে তাৰে কিছুমান বুটলি কোঁচত ভৰাই ললে ;—কল গছ এজোপাৰ পৰা এডাল সূতা যেন আঁহ উলিয়াই আনিলে আৰু নাহৰ জোপাৰ তলতে বহি মালা গাঁথিবলৈ লাগিল।

দেবেন্দ্ৰ আৰু কনক দুয়ো শোৱাৰ পৰা উঠি হাত মুখ ধুলে। তাৰ পাচত, তামোল-ছালি খাই কথা-বতৰা হবলৈ

লাগিল। দেবেন্দ্রই মনে মনে ফুলৰ কাৰ্য্য-নিপুণতাক শলাগিবলৈ ধৰিলে।

পাঠক সকলৰ সুবিধাৰ অৰ্থে তেওঁলোকৰ কথা-বতৰা তলত তুলি দিয়া গ'ল।

কনক।—পিচে, যদি মোক অবিশ্বাস নকৰা, তেন্তে গধূলি কম বোলা কোৱাঁ এতিয়া।

দেবেন্দ্ৰ।—আপোনাক অবিশ্বাস কৰিম! মই আপোনাৰ সন্তান। সন্তানে কেতিয়াবা বাপেকিক অবিশ্বাস কৰিব পাৰে নে?

কনক।—বাৰু, কোৱাঁ তেনে হলে।

দেবেন্দ্ৰ। কথাটো এই,—মানৰ উপদ্ৰৱ বৰকৈ অসহনীয় হোৱাত, স্বৰ্গদেৱে ৰণ কৰিবৰ ইচ্ছাৰে কিছুমান সৈন্য লৈ উজাই আহিছে। কিন্তু তেওঁৰ সৈন্য-সংখ্যা নিচেই অলপীয়া। সেই দেখি, তেওঁক সাহায্য কৰা কৰ্ত্তব্য ভাবি, ময়ো কিছুমান সৈন্য লৈ তেওঁৰ লগ লববলৈ আহিছোঁ।

কনক।—মোৰ মনেৰে কামটো বৰ ভাল নকৰিলা।

দেবেন্দ্ৰ।—কিয়?

কনক।—আজিলৈকে মানৰ লগত কেইখন যুঁজ হৈছে কিন্তু আমাৰ সৈন্য কোন বাৰ জিকিছে? যি মানৰ দিন, মানৰ দিনেই। কি জানি ইমানতে আহোম স্বৰ্গদেৱসকলৰ অন্ত পৰাটোৱেই বিধাতাৰ ইচ্ছা!

দেবেন্দ্ৰ।—সেইদেখি আপুনি মোক ঘুৰি যাবলৈ ক'ব খোজে নে কি?

কনক।—ক'ব খুজিছিলোঁ। কিয়নো—

দেবেন্দ্ৰ।—নক'ব ভাণ্ডৰীয়া, আপোনাক মিনতি কৰি কৈছোঁ, আৰু সেইষাৰ কথা মুখত নানিব। চাণ্ডকচোন, পাষণ্ডইঁতে আমাৰ কি কৰিবলৈ বাকী থৈছে! ৰজাৰ ৰাজত্ব কাঢ়ি ল'লে, প্ৰজাৰ ওপৰত অবৰ্ণনীয় অত্যাচাৰ কৰি, অসমদেশ মৰুভূমিৰ তুলা কৰিলে। সিহঁতৰ তাপত সতীৰ সতীত্ব নোৰোৱাত পৰিল; ইমানতো আপুনি আমাক বহি থাকিবলৈ কয় নে? মোৰ মনেৰে জন্মভূমিৰ এনেকুৱা দশা চাই থকাতকৈ মৃত্যু শতগুণে শ্ৰেয়ঃ।

কনক।—সেইটো ময়ো বুজিছোঁ, মোৰ মনতো তেনে ভাব খেলাইছে। কিন্তু—

দেবেন্দ্ৰ।—কিন্তুলৈ নাযাব আৰু, যত্নৰ অসাধ্য একো নাই। আমি যদি সকলো মিলি যত্ন কৰোঁ, তেন্তে নিশ্চয় মানৰ পতন হ'ব। অকল ইচ্ছা কৰিলেই কোনো কাৰ্য্য সিদ্ধ নহয়, তালৈ চেষ্টা লাগে। কিয়নো, "উদ্যমেন হি সিধ্যন্তি কাৰ্য্যানি ন মনোৰথৈঃ। নহি সুপ্তস্য সিংহস্য প্ৰবিশন্তি মুখে মৃগাঃ॥"

কনক।—কিন্তু বলে নোৱৰা শিলক পৰি নমস্কাৰ। তাৰ প্ৰতিকূলে চলিবলৈ গলে বা কি লাভ হব?

দেবেন্দ্ৰ।—বলে নোৱাৰিম কিয়? ইমাম এখন ডাঙৰ

ৰাজ্যৰ সকলো প্ৰজা যদি একেলগ হওঁ, তেন্তে ক্ষুদ্ৰ মান কি বস্তু! বতাহত ধূলি উৰা দি উৰি যাব। “অল্পানামপি বস্তুনাং সংহতিঃ কাৰ্য্যসাধিকা। তৃণৈৰ্গুণত্বমাপন্নৈৰ্বধ্যন্তে মত্তদন্তিনঃ॥” আৰু সেই দৰে যদি সকলোৱে মিলি কাম কৰিব নোৱাৰোঁ, তেনেহলেও এই ক্ষুদ্ৰ শক্তিৰেই এবাৰ চেষ্টা কৰি চোৱা নিতান্ত কৰ্ত্তব্য। কিয়নো, যদি সঁচাকৈয়ে ভাই বন্ধুৰ দুখ গুচাব নোৱাৰোঁ, সতীৰ সতীত্ব ৰাখিব নোৱাৰোঁ, জননীৰ—জন্মভূমিৰ দুৰ্গতি গুচাব নোৱাৰোঁ, তেন্তে এই নিষ্কৰ্ম্মা দেহা থকাৰ পৰা লাভ কি? সেই কাৰণে, মাতৃ-সেৱাকে জীৱনৰ ব্ৰত কৰি, মাতৃভূমিৰ উদ্ধাৰাৰ্থে এই দেহা বলি দিবলৈ কেতিয়াও কুণ্ঠিত নহওঁ।

কনক।—তোমাৰ উদ্দেশ্য, মহৎ। গতিকে, মই তোমাক হাক নিদিওঁ। আশীৰ্ব্বাদ কৰিছোঁ যেন পাষণ্ড মানক—মাতৃভূমিৰ শত্ৰুবিলাকক সিহঁতৰ যোগ্য শাস্তি দি, ভালে কালে উভতি আহিব পাৰা।

দেবেন্দ্ৰ।—আপোনাৰ অতিথি-সৎকাৰৰ বাবে আপোনাৰ ওচৰত যিমান ধৰুৱা, এই আশীৰ্ব্বাদৰ বাবে তাতোকৈ বেছি ধৰুৱা থাকিলোঁ।

এনে সময়তে কনকৰ লগুৱাটো আহি ওলাল। সি আগদিনা নৈৰ ঘাটৰ পৰা অহাৰ পাচতে মিতিৰ এঘৰলৈ গৈছিল। দেবেন্দ্ৰক দেখি মাত লগালে—“অ', আপুনি কালি ইয়াতে থাকিল নে কি?”

দেবেন্দ্র।—এৰা।

লগুৱাটো'ৱে চিনাকি ভাবেৰে কথা কোৱা শুনি কনকে সুধিলে,—"তুমি নো এওঁক কেনেকৈ চিনিলা ?"

লগুৱা —কালি যি জনে আইদেউক পানীৰ পৰা তুলিছিল তেৱেঁই এওঁ।

কনকে মনে মনে দেৱেন্দ্ৰৰ শলাগ লৈ আনন্দাশ্ৰু টুকিলে; আৰু ফুলক কেনেকৈ উদ্ধাৰ ক'ৰবলৈ পালে দেবেন্দ্ৰক সুধিলে। দেবেন্দ্ৰয়ো যথাযথৰূপে সকলো ঘটনা বৰ্ণনা কৰিলে। কনকে অন্তৰেৰে সৈতে দেবেন্দ্ৰৰ শলাগ লৈ ক'লে—"বোপা, তোমাৰ দয়া নোহোৱা হ'লে আজি মই নিঃসন্তান হব লাগিলহেঁতেন। তোমাৰ যোগ্য পুৰস্কাৰ দিবলৈ মোৰ একো নাই। তথাপি, যদি সময় আৰু সুবিধা পাওঁ, তেন্তে এটি ক্ষুদ্ৰ পুৰস্কাৰেৰে তোমাৰ দয়াৰ শলাগ লব পাৰিম বুলি আশা কৰিলোঁ।"

দেবেন্দ্ৰৰ অন্তৰত এটা প্ৰৱল খুন্দ লাগিল। মনে মনে ভাবিলে "সেই ক্ষুদ্ৰ পুৰস্কাৰ কি ?" ফুটাই ক'লে,—আপোন লোকে মোৰ এনে এটা ক্ষুদ্ৰ কাৰ্য্যৰ বাবে শলাগ লৈ মোক লাজ নিদিব। কিয়নো, ঈশ্বৰৰ ইচ্ছাতহে সকলো ঘটিছে। সি যেই নোহোক, মই এতিয়া আপোনালোকৰ ওচৰত বিদায় হে গ্ৰহণ কৰিব খোজোঁ। কিয়নো, মোৰ পলম হোৱা দেখি সৈন্যবোৰ চাগৈ নিৰুৎসাহ হৈ পৰিছে।

কনক।—"নহয় বোপা! বেলিও উঠি আহিল, এতিয়া তুমি এমুঠি নোখোৱাকৈ কেনেকৈ যাবা? তুমি যদি ইচ্ছা কৰা,

তেন্তে সৌ নৈৰ দাঁতিত এপাক ফুৰি আহাঁ গৈ। মই ভাত এমুঠিৰ দিহা কৰোঁ।" এই বুলি কনক ভাত ৰান্ধিবলৈ গ'ল, দেবেন্দ্ৰও ফুলনিৰ ফাললৈ সোমাই গ'ল।

নাহৰ গছজোপাৰ তলত বহি ফুলে মালা গাঁথি আছিল। দেবেন্দ্ৰও গৈ সেইখিনি পালে গৈ, ফুলৰো মালা গঁথা হ'ল। তেওঁ লৰা-লৰিকৈ মালাধাৰ কাপোৰৰ তলত সুমুৱালে।

ফুলক অকলে বহি থকা দেখি দেবেন্দ্ৰই সুধিলে—"কি হে! অকলে অকলে ইয়াত বহি কি কৰিছা?"

ফুল।—একো কৰা নাই।

দেবেন্দ্ৰ —একো নকৰাকৈ মানুহ এইদৰে বহি থাকে নে?

ফুলে উত্তৰ দিবলৈ কথা নাপাই নীৰৱে তলৰ মু কৰিলে।

দেবেন্দ্ৰ।—কিহে, মই অহাত বেয়া পালা নে কি? তেনে বুলি জনা হলে মই ইয়ালৈ নাহিলোঁহেঁতেন।

ফুল অপ্ৰস্তুত হ'ল। লাহেকৈ, ক'লে—"কিবা এটা ভাবিছিলোঁ।"

দেবেন্দ্ৰ।—কি ভাবিছিলা?

ফুল বিমোৰত পৰিল। কি উত্তৰ দিব, একো ঠিক কৰিব নোৱাৰি নিমাত হৈ ৰ'ল। অলপ পাচত কথা পাহৰাবৰ চলেৰে ক'লে:—"আপুনি কাহানিলৈ যাব?"

দেবেন্দ্ৰই মিচিক কৰে হাঁহি কলে:—"আজিয়েই—এতিয়াই।"

ফুল।—এতিয়াই! ইমান খৰধৰ নো কিয়?

দেবেন্দ্র।—কাৰণ আছে, পুৱাতে যাব খুজিছিলো ; পাচে, তোমাৰ দেউতাৰাই হে বে'লি কৰাইছে।

ফল।—আজি নগ'লে নহ'ব জানো ?

দেবেন্দ্রই মনে মনে ভাবিলে,—"ইয়াৰ মানে কি ? আজি নগলে নহব জানো সোধাৰ মানে কি ?" ফুটাই ক'লে—"নহয়। আৰু মিছাতে তোমালোকক আমনি কৰিবও নোখোজোঁ।"

ফুল।—আপুনি নো আমাক কি আমনি কৰিছে ? মোৰ মনেৰে আহুকাল কৰাতকৈ আপোনাৰ শুভাগমনে আমাৰ আনন্দ হে বঢ়াইছে।

দেবেন্দ্র।—সেইটো মুখৰহে কথা।

ফুলে কোনো উত্তৰ নিদিলে ; ওঁঠ দুটা কঁপি উঠিল, চকু ঢুল-ঢুলীয়া হ'ল ; শৰীৰো অবসন্ন হৈ আহিল। দেবেন্দ্রই দেখিলে ফুলে তেওঁৰ কথাত বৰকৈ বেজাৰ পালে। তেওঁ ক'লে :—"ফুল, ক্ষমা কৰিবা, সঁচাকৈয়ে মই ধেমালিহে কৰিছোঁ, বেজাৰ নকৰিবা।"

ফুল অলপ স্থিৰ হৈ দেবেন্দ্রলৈ চালে ; কিন্তু মুখেৰে একো নক'লে। দেবেন্দ্রই ক'লে :—"ফুল, মোৰ এটা কথা আছে।"

ফুল।—কি ?

দেবেন্দ্র।—কালিৰ ঘটনা তোমাৰ মনত থাকিব নে ?

ফুল।—তাক মই এই জীৱনত পাহৰিব নোৱাৰোঁ।

দেবেন্দ্র।—সেয়ে যদি হয়, তেনেহলে মই তাৰ এটা চিন ৰাখি যাব খোজোঁ। ৰাখিবা নে তুমি?

ফুল।—কি?

উত্তৰত দেবেন্দ্ৰই আঙ্গুলীৰ পৰা এটা বাখৰ পতা আঙ্গঠি সোলোকাই ল'লে; ফুলে একো নামাতিলে। দেবেন্দ্ৰই ক'লে:—"যদি খং নকৰা, তেনেহলে মোৰ কঠুৱা হাতেৰেই তাক উপযুক্ত ঠাইত থ'ব খোজোঁ।"

ফুলে একো নামাতিলে; দেবেন্দ্ৰই ফুলৰ হাতৰ উদ্দেশ্যে হাত মেলিলে। ফুলৰ গোটেই শৰীৰ কঁপি উঠিল, লাহে লাহে সোঁহাতখন আগ বঢ়াই দিলে। ফুলৰ হাতত থকা মালাধাৰ হঠাৎ হাতৰ পৰা সৰি দেবেন্দ্ৰৰ ভৰিত পৰিল, দেবেন্দ্ৰই তাক আগ্ৰহেৰে তুলি লৈ ডিঙিত পিন্ধিলে। তাৰ পিচত আঙঠি পিন্ধাবলৈ ফুলৰ হাতত ধৰিলে। কিবা এটা অবৰ্ণনীয় পুলকত তেওঁৰ গোটেই গা কঁপি উঠিল; স্বৰ্গীয় পাৰিজাতৰ গোন্ধ নাকত সোমোৱা যেন লাগিল। তেওঁ আঙঠিটো লাহে লাহে ফুলৰ আঙুলীত সুমুৱাই দি তেওঁৰ হাতখন অলপমান বেলি দুয়োখন হাতৰ মাজত সুমুৱাই ৰাখিলে। তাৰ পিচত ফুলৰ হাতটো লাহে লাহে ওপৰলৈ তুলি—ছি, ছি,—দেবেন্দ্ৰই চুমা খালে।

ফুলৰ হাত এৰি দেবেন্দ্ৰই মালাধাৰ সোলোকাই লৈ কলে:—"তোমাৰ মালাধাৰ তুমি ইচ্ছা কৰি দিয়া নাই,

সেই কাৰণে তাক মই লোৱা অনুচিত। এই লোৱাঁ তোমাৰ মালা।”

ফুলে মালাধাৰ নলৈ ক'লে ঃ—“আপুনি পিন্ধক।”

দেবেন্দ্র।—মই নিজে এবাৰ পিন্ধিলোঁ, এতিয়া তুমি নিজে পিন্ধাই নিদিলে, মই নিপিন্ধোঁ।

দেবেন্দ্রই মালাধাৰ ফুলৰ হাতত দিলে, ফুলে অগত্যা কঁপা হাতেৰে তাক দেবেন্দ্রৰ ডিঙিত পিন্ধাই দিলে। যি জনে প্রাণ ৰক্ষা কৰিছে, তেনে জনৰ অনুৰোধ তেওঁ উপেক্ষা কৰিব কেনেকৈ?

দেবেন্দ্রই ক'লে ঃ—“এই মালাধাৰিয়ে আজিৰ ঘটনাৰ বাহিৰেও তোমাৰ নামটি সদায় মোৰ মনত পেলাই থাকিব।”

ফুল।—মোৰ নামেৰে নো কি কৰিব?

দেবেন্দ্র।—তোমাৰ নামেৰে কি কৰিম?—থাওক এতিয়া নকওঁ। যদি পাচেকৈ সময় পাওঁ, যদি প্রাণ লৈ উলটিব পাৰোঁ, যদি ঈশ্বৰ কৃপাত ভালে-কালে আকৌ এই খিনি পাওঁহি, তেতিয়া কম; তেতিয়া বুজিবা—তোমাৰ নামেৰে কি কৰিম।

বতাহত কঁপা মাধৈমালতীৰ দৰে ফুলৰ গোটেই গা কঁপিবলৈ ধৰিলে। “যদি পাচেকৈ সময় পাওঁ”—“যদি প্রাণ লৈ উলটিব পাৰোঁ”—“যদি ভালে কালে আকৌ এই খিনি পাওঁহি”—এইবোৰৰ মানে কি? লাহে লাহে ক'লে ঃ—“আপোনাৰ কথাৰ অর্থ একো নুবুজিলোঁ।”

দেবেন্দ্র।—বুজাই দিবও নোখোজোঁ।

ফুল।—কিয় ?

দেবেন্দ্র।—শুনিলে তুমি ভয় পাবা।

ফুল।—নুশুনিলেহে বেছি চিন্তিত হ'ম।

দেবেন্দ্র।—নিতান্ত নকলে নহয় যদি কওঁ, শুনা:—মানৰ বিৰুদ্ধে স্বৰ্গদেৱে সৈন্য গোটাইছে, ময়ো তেওঁৰ সাহায্যৰ নিমিত্তে ওলাইছোঁ। ৰণৰ ফলাফল কেনে হয়, তাক কোনে জানে।

ফুল।—দেশৰ মঙ্গলৰ নিমিত্তে স্বদেশৰ শত্ৰু-নাশ কৰিবলৈ ওলাইছে, ই আপোনাৰ মহৎ জীৱনৰ উপযুক্ত কাম হৈছে। ভগবানে নিশ্চয় আপোনাক সাহায্য কৰিব।

দেবেন্দ্ৰই ফুলৰ পৰ এনে বীৰাঙ্গনাৰ যোগ্য কথা শুনি বৰ সন্তোষ পালে; মনে মনে ক'লে:—"ধন্য তোমাৰ স্বদেশ-প্ৰেম! আন কাৰণত নহলেও অকল এই বাবেই তোমাক ভাল নাপাই নোৱাৰোঁ।"

ঠিক এনে সময়তে কনকে ফুলক মাতিলে। ফুল ধীৰে ধীৰে ঘৰলৈ গ'ল; দেবেন্দ্ৰও নৈ লৈ নামিল। হে যোৱা সকলো ঘটনা জুকিয়াই লৈ কিছুমান বেলি তেওঁ নীৰৱে ভাবিলে। তাৰ পিচত গা ধুই কনকৰ ঘৰলৈ আহিল আৰু কাপোৰ-কানি সলালে।

কনকৰ তেতিয়া ভাত ৰন্ধা হৈছিল। দেবেন্দ্ৰ লগতে তেওঁ ভাত বাঢ়ি দিলে; তেওঁ লৰালৰিকৈ ভোজন-কাৰ্য্য সমাধা কৰিলে। তাৰ পাচত তামোল-ছালি খাই, কাপোৰ-কানি

সলাই যাবলৈ ওলাল; কনক আৰু ফুলৰ ওচৰত কৃতাঞ্জলি-পুটে বিদায় লৈ দেবেন্দ্ৰ ঘোৰাত উঠিল। ঘোৰা বিজুলী-বেগেৰে চেকুৰিবলৈ ধৰিলে। কনক আৰু ফুলে চাই থাকোঁতেই নিমিষৰ ভিতৰতে দেবেন্দ্ৰ তেওঁলোকৰ দৃষ্টিৰ বহিৰ্ভূত হৈ পৰিল।

---

# ষষ্ঠ অধ্যায়।

—:o:—

## মান সেনা।

সন্ধ্যা-সময়ত দেবেন্দ্ৰনাথে তেওঁৰ সৈন্যবোৰৰ লগ পালে গৈ। সৈন্যবোৰে তেওঁৰ আগমন অপেক্ষা কৰি, ভৰলীৰ আন এটা ঘাটত বাহৰ কৰি আছিল। তেওঁ গৈ পোৱা মাত্ৰেই সকলোৱে জয়ধ্বনি কৰি উঠিল। সেই ধ্বনি কেউফালৰ গছ বিলাকত লাগি প্ৰতিধ্বনিত হবলৈ ধৰিলে আৰু লাহে লাহে ধীৰ বতাহৰ লগত মিহলি হৈ শূন্যত বিলীন হ'ল। তাৰ পাচত দেবেন্দ্ৰনাথ ঘোৰাৰ পৰা নামিল, এটা মানুহ আহি ঘোৰাটো ধৰিলে। তেওঁ গৈ গছৰ তলতে আসন গ্ৰহণ কৰিলে; সৈন্যবোৰ আহি তেওঁৰ কেউফালে বেৰি বহিল। দেবেন্দ্ৰনাথে সুধিলে:—"তোমালোক কেনে আছাহঁক?"

এজন সেনাই উত্তৰ দিলে—"আমি সকলো ভালে-কুশলে আছোঁ, আপুনি এতিয়া গা ধোওক।"

দেবেন্দ্ৰনাথে ক'লে :—"মই এঘৰ চিনাকি মানুহৰ ঘৰত সোমাই খাই-বৈ আহিছোঁ।"

তেতিয়া সন্ধিয়া লাগি আহিল। বেলিয়ে তাপৰ পোহাৰ সামৰি-সুতৰি লাহে লাহে নাইকিয়া হ'ল, লগে-ভাগে হজুৱা মানুহ-বিলাকেও কামকৰা সঁজুলি বান্ধি-কুন্ধি লৈ নিজ নিজ ঘৰলৈ বাট ললে। গৰখীয়াহঁতে পথাৰৰ পৰা গৰু আনি গোহালিত সুমুৱাই জলপান খাবলৈ লাগিল; বিদেশী পথিক থানথিত বিচাৰি ওলাল। শিয়ালে হাবিৰ মাজৰ পৰা ওলাই "হোৱা হোৱাকৈ" বনৰীয়া বৰগীতত সুৰ ধৰিলে। সত্ৰত গোসাঁই সকলে দবা কোবাই তাল বাই প্ৰসং কৰিবলৈ লাগিল। ৰান্ধনী-বিলাক গা-পা ধুই ভাত-চৰুলৈ গ'ল; পদূলি-মুখত বহি ভতুৱা কুকুৰে ভুকিবলৈ ধৰিলে। শহাপহুবিলাকে হাবিৰ পৰা ওলাই বাৰীচুকত সোমই দূবৰি খাবলৈ লাগিল। এৰাবাৰীৰ মাজৰ পৰা হুদুৱে মাত লগালে 'হু-উ হু, মোৰ ভেটিৰ পৰা গুচোঁ।" হুদুৰ সেই কেৰ্কেৰীয়া মাত শুনি নানা জনে নানা প্ৰকাৰ সমালোচনা কৰিবলৈ ধৰিলে। আকাশৰ চন্দ্ৰই লাহে লাহে নিজৰ বিমল কিৰণেৰে ঢাকি পৃথিবীক শুক্লবসনা সুন্দৰী সাজিলে। দেবেন্দ্ৰই সেই জোনৰ পোহৰত বহি লৈ সকলো সৈন্যক সম্বোধন কৰি কবলৈ ধৰিলে :—"সৈন্যসকল! শুনা,

দুৰাত্মা মানৱ অত্যাচাৰত আমাৰ স্বৰ্ণপ্ৰসবিনী জননী ৰসাতললৈ যাব লগাত পৰিল। জৰা-তিৰুতাৰ কান্দোনত, সতীৰ গগনভেদী চিঞৰত, দশোদিশ পূৰ্ণ হ'ল; আজি অসমীয়াৰ খাবলৈ ভাত, পিন্ধিবলৈ কাপোৰ নোহোৱাত পৰিল। এতিয়াও তোমালোকৰ মনত প্ৰতিশোধ দিবলৈ ইচ্ছা হোৱা নাই নে? আৰু চোৱাঁ, আমিয়েই আমাৰ দুখুনী মাতৃৰ সন্তান। গতিকে, অসমৰ উন্নতি-অৱনতি, স্বাধীনতা-পৰাধীনতা, সকলো আমাৰ ওপৰতে নিৰ্ভৰ কৰে। তেনেস্থলত, যদি আমি আওকণীয়া হৈ হাত সাবটি বহি থাকোঁ তেন্তে আমাতকৈ আৰু কোনোবা কুপুত্ৰ হ'ব পাৰে নে? আহাঁ, কেওঁ ভয় নকৰিবা। দেখা নাই নে এটোপাল এটোপালকৈ বৰষুণ পৰি কেনেকৈ গাওঁ-ভুই তল নিয়ায়? এতিয়াও যদি আমি একে লগে মিলি মাতৃ-ভূমিৰ উদ্ধাৰাৰ্থে দেহা উছৰ্গা কৰোঁ, তেন্তে নিশ্চয় মান-পশুক খেদি মাতৃৰ ডিঙিৰ পৰা দাসত্ব-শৃঙ্খল সোলোকাই, স্বাধীনতা-কণ্ঠহাৰ পিন্ধাই দিব পাৰিম; ক্ষুদ্ৰ মান ৰণ-তৰঙ্গত ওপঙি যাব। হিংসা, খৰিয়াল, গাইগোটা ভাব আৰু পৰশ্ৰীকাতৰতায়েই আমাৰ পতনৰ মূল। যি দিনাই এইবোৰ চেঁকা আমাৰ মনৰ পৰা আঁতৰ হ'ব, সেই দিনাই অসমৰ গৌৰৱ বেলিয়ে দেখা দিব।"

হঠাৎ কেইটামান মানুহে কথা হোৱা যেন শুনা গল। ক্ষন্তেকলৈ সভা নীৰৱ—কাৰো মুখত একেবাৰে মাত-কথা নাই, মাথোন উশাহ-নিশাহত যি শব্দ উঠিছে। যি ফালৰ

পৰা কথা কোৱা যেন শুনা গৈছিল, দুটা মানুহ গৈ সেইফালে চাই আহিল, কিন্তু ক'তো একো দেখা নাপালে। দেবেন্দ্ৰই আকৌ ক'বলৈ ধৰিলে:—"আমি হাড়ক মাটি, তেজক পানী কৰি ধন ঘটিছোঁ, মানে তাৰে বাহাদুৰী কৰিছে, আমি খেতি, বাতি কৰি জীৱিকা উলিয়াইছোঁ, থাকিবলৈ ঘৰ সাজি লৈছোঁ, সিহঁতে আহি জুই লগাই বিনষ্ট কৰিছে! ইমানতো আমি সহি থকা উচিত নে? বন্ধুসকল! উঠাঁ, কঁকালত টঙালি বান্ধাঁ; সাহেৰে বুকু ডাঠ কৰাঁ, নতুন ভাবেৰে, নতুন উছাহেৰে, সকলোৰে হিয়া পূৰ্ণ কৰি লোৱাঁ; প্ৰাণপণে যুদ্ধ কৰিবলৈ প্ৰতিজ্ঞা কৰি ৰণস্থলীলৈ অগ্ৰসৰ হোৱাঁ। তেতিয়া নিশ্চয় আমাৰ লুপ্তৰত্ন স্বাধীনতা উদ্ধাৰ হব; জগতে অসমৰ গৌৰৱ ঘোষণা কৰিব।"

দেবেন্দ্ৰৰ ঘোৰাটো অলপ আঁতৰত বন্ধা আছিল। হঠাৎ চক খাই দুপ্ দুপাই উঠিল। দেবেন্দ্ৰনাথে কিবা আহিছে বুলি হাতত তৰোৱাল লৈ খেদা মাৰি গ'ল। তেওঁ দেখিলে তিনটামান সেনাই ঘোৰাটো মেলিবলৈ ধৰিছে। তেওঁক দেখি তিনিওটাই ভিৰাই ধৰি লৰ মাৰিলে। দেবেন্দ্ৰই ঘোৰাটো বান্ধৰ পৰা মেলি একে চাবেই পিঠিত উঠিল আৰু সিহঁতৰ পাচে পাচে খেদা দিলে। মানকেটাই এটা মানুহে অকলৈ খেদি যোৱা দেখি বলে পাৰিম বুলি তিনি ডাল যাঠি লৈ সাজু হৈ ৰ'ল। দেবেন্দ্ৰক ওচৰ চপা দেখি এটাই তেওঁলৈ টোঁৱাই এপাট যাঠি মাৰি পঠিয়ালে। দেবেন্দ্ৰই গা কাতি কৰি ৰক্ষা

পৰিল আৰু চকু চাওঁতেই আক্ৰমণকাৰীটোৰ মূৰ দেহাৰ পৰা বিচ্ছেদ কৰিলে; বপুৰা গুৰি কঠাল পৰাদি সেই ঠাইতে গিৰিংকৰে বাগৰি পৰিল। সেই মুহূৰ্ত্তে আন এটাই ঘোৰাটোলৈ টো়াই আকৌ এপাট যাঠি মাৰিলে। দেবেন্দ্ৰ-নাথৰ দৰে এজন বুদ্ধিমান আৰোহী নোহোৱা হ'লে, তেতিয়াই ঘোৰাৰ পতন হ'লহেঁতেন। কিন্তু তেওঁ তৎক্ষণাৎ উপস্থিত বুদ্ধিৰ সহায় লৈ, ঘোৰাৰ লেকামত বল দিলে, ঘোৰা জঁাপ মাৰি উঠিল, যাঠি ঠেঙৰ তলে সৰকি গ'ল। এনেতে তৃতীয়টোৱে তেওঁৰ বুকলৈ পোনাই আৰু এপাট যাঠি মাৰিলে। দেবেন্দ্ৰই যাঠি ডাল ওপৰতে ঢোপ ধৰা দি ধৰিলে আৰু সেই যাঠিকে এটা সেনালৈ পোনাই মাৰি পঠিয়ালে। তৎক্ষণাৎ মান সেনাৰ পতন হ'ল আৰু প্ৰথমটো শৰ লগত শাৰী পূৰ কৰিলে। সংগৰ দুটাৰ দশা দেখি, ইটোৱে তৰোৱাল ছিঙি লৰিবলৈ ধৰিলে, দেবেন্দ্ৰয়ো পাচে পাচে খেদিবলৈ ধৰিলে। মানুহৰ বেগতকৈ ঘোৰাৰ বেগ বেছি হোৱাৰ কাৰণে, অলপ পাচতে তেওঁ মানসেনাৰ ওচৰ চাপিল; কিন্তু তৰোৱাল দাঙোতেই মানসেনা অদৃশ্য হ'ল। ক'লৈ গল, কি হ'ল তেওঁ তাৰ একো ভতকে ধৰিব নোৱাৰিলে। তেওঁ বহুতো ভাবি চিন্তি কেউফালে অনুসন্ধান কৰি চালে, কিন্তু ক'তো মান সেনাৰ চিনো নোলাল। বিচাৰি বিচাৰি, বিফল মনোৰথ হৈ সন্ন্যাশহত তেওঁ উভতি বাট ললে। হঠাৎ দহোটামান মানুহ তেওঁৰ চকুত পৰিল। প্ৰথম দৰ্শনত সিহঁতক তেওঁ মানসেনা বুলি জানিছিল, কিন্তু অলপ পাচতে

চিনিলে যে সিহঁত তেওঁৰ নিজা মানুহ হে। তেতিয়া তেওঁ সেনাসকলৰ ফাললৈ চাই সুধিলে:—"তোমালোক আহিলা কেলেই ?"

সেনা।—আপোনাৰ পলম হোৱা দেখি কিবা দুৰ্ঘটনা ঘটিল বুলি আগবাঢ়ি আহিছোঁ। পাচে, খবৰ কি ?

দেবেন্দ্ৰ।—তিনটা মানসেনাই মোৰ ঘোৰাটো ধৰিছিল গৈ, মোক দেখিয়েই সিহঁতে তৰা-নৰা ছিঙি লৰ দিলে। মই খেদি আহি অলপ পাচত সিহঁতক পালোঁ আৰু দুটাক ধৰাশায়ী কৰিলোঁ। কিয়, তোমালোকে বাটত পাই অহা নাই নে ?

সেনা —পাই আহিছোঁ, পাচে, সিটো—

দেবেন্দ্ৰ।—সি দুটাক মাৰোঁতেই সেইটো আকৌ লৰ মাৰিলে। মই খেদি খেদি সোঁথিনিতেই লগ ধৰিছিলোঁ, কিন্তু তৰোৱাল দাঙি লৈ কোব মাৰিব খোজোঁতেই হঠাৎ নোহোৱা হ'ল। বিচাৰি বিচাৰি ক'তো নাপাই, এতিয়া উভতি আহিছোঁ।

সেনা।—তেনে হলে তো সৰ্ব্বনাশ! সি যদি আমাৰ বাতৰি সেনাপতিক দিয়ে গৈ তেন্তে আমি স্বৰ্গদেৱৰ লগ নৌ পাওঁতেই সিহঁতে আগ ভেটিবহি। গতিকে, বলকচোন আমিও বিচাৰোঁ গৈ।

দেবেন্দ্ৰ।—সি জানো একে ঠাইতে বৈ আছে ?

সেনা।—কি ঠিক! সি জানো কম লৰিছে ? কি জানি কৰবাত পৰিয়েই আছে। নহলে নো আপুনি নেদেখাকৈ সি

কলৈ যাব? সি তো দেৱতা নহয়, যে অদৃশ্যভ'ৱে পলাব পাৰে!

দেবেন্দ্রই আকৌ যাবলৈ সম্মতি প্ৰকাশ কৰিলে আৰু সকলো গৈ ঘটনাস্থলত উপস্থিত হ'ল; সকলোৱে পিয়াপি দি কেউফালে বিচাৰিবলৈ ধৰিলে। প্ৰতি গছৰ গুৰি, ডাল-পাত, জোপোহা, চাই চাই হাইৰাণ হল; কিন্তু ক'তো মানসেনাৰ শুংসূত্ৰও পোৱা নগল। "অতি আচৰিত কথা" বুলি কোৱা-কুই কৰি তেওঁলোক উলটি আহিবলৈ ধৰিলে। এনেতে মায়াৰাম নামেৰে এজন সৈনিকে "ঐ এইটো ঐ, পালোঁ ঐ" বুলি আটাহ পাৰি উঠিল। আটাহ শুনি আটাই-বিলাক সেই ঠাইলৈ চাপি গ'ল আৰু দেখিলে যে মানসেনাটো এটা এৰা খালত সোমাই আছে।

দেবেন্দ্রনাথে ক'লে:—"তাক একো নকৰিবাহঁক, লাহে লাহে তুলি আনা" তেতিয়া দুজনমানে কাপোৰ জোৰা দি, তাৰ ওচৰলৈ নমাই দিলে; সি তাতে ধৰি উঠি আহিল। দেবেন্দ্রই তাক একো নকৈ বন্দী কৰি লৈ গ'ল।

তেতিয়া ৰাতি প্ৰায় এপৰমান অতীত হৈছিল। গতিকে, সকলো খোৱা-বোৱাত ব্যস্ত হ'ল। মান সেনাটোকো ভাত খাবলৈ দিলে।

পক্ষটো শুক্ল। সন্ধিয়া লাগিবৰে পৰা গোটেই জগত জোনৰ পোহৰত হাঁহিব লাগিছে। সেই দেখিহে মান সেনাৰ পাচ লবলৈ দেবেন্দ্রৰ সুবিধা হৈছিল। এতিয়া খাই-বৈ উঠি

সেই জোনাকতে সকলো বহিল। দেবেন্দ্রই মান সেনাটোক সুধিলে :—“কচোন বাৰু তই কোন আৰু কিয় নিশা আহি আমাক আমনি কৰিছিলি?

মানসেনা।—মই এটা মানসেনা আৰু মৰা দুটাও মোৰ লগৰীয়া।

দেবেন্দ্ৰ।—মৰা দুটা তোৰ লগৰীয়া বুলি তই নোকোৱাকৈয়ে জানো। পিচে, কেলেই আহিছিলি, তাক ক।

মানসেনা।—তইঁতৰ ৰজাটো পলাই গ'ল, আমি আৰু লুট-পাট কৰি ফুৰিছিলোঁ। আজি আহি তইঁতক দেখিলোঁ, বোলোঁ ভাল হ'ল, সেনাপতিক কৈ দিওঁ গৈ। পিচত মাটিয়ে গলে পলম হ'ব। সেই দেখি, তোৰ ঘোৰাটোকে লৈ যাব খুজিছিলোঁ। তই আৰু দেখিলি।

দেবেন্দ্ৰ।—পিচে খালত পৰিলি কেনেকৈ?

মানসেনা।—তই খেদি নিলি, আমিও লৰি গ'লো। পিচে তই আৰু দুটা মাৰিলি। লৰোঁতে মোৰো ভাগৰ লাগিল। বোলো যি কৰে কৰক, নপলাওঁ। তই আকৌ তৰোৱালখন দাঙ্গিলি, মোৰ ভয় লাগিল, আকৌ লৰ মাৰিলোঁ। খালটো আৰু ওচৰতে আছিল, হুৰুষ কৰে পৰিলোঁ।

দেবেন্দ্ৰ।—পিচে, তোক এতিয়া কি শাস্তি দিব লাগে?

মানসেনা।—তই আৰু যি কৰ। মই হলে এৰি দে বুলি ক'ম।

এজন সেনা।—দেউতাও ভাল! কৰবাত নো চকুক সুধি চাউল বহায় নে?

দেবেন্দ্র।—মই তোক ছোৱাছোৱাকৈ কাটি কাউৰ-শগুণক বিলাই দিম।

মানসেনা।—মই আৰু খালত পৰোতেই মৰিলোঁ। তই এতিয়া ৰাখিলেও ৰাখ, মাৰিলেও মাৰ। তই আৰু যি কৰিব খুজিছ, কৰ।

দেবেন্দ্র।—বাৰু মই তোক নামাৰোঁ। তই তাৰ বাবে মোক কি কৰি দিবি?

মানসেনা।—মই নো আৰু কি কৰিম! কি কৰিব লাগে, তই কবি, মই আৰু কৰি দিম।

বেবেন্দ্র।—তহঁতৰ সৈন্য ক'ত আছে?

মানসেনা।—তহঁতৰ ৰজা বোলে আকৌ উজাই আহিছে, আমি সেই দেখি ভটীয়াই আহিছোঁ।

দেবেন্দ্র।—তহঁতৰ সৈন্য কোন কেনি আছে, মোক ক'ব লাগিব।

মানসেনা।—তই যি কৱ, তাকে কৰিম, মুঠেই আমাৰ মানুহৰ লগত যুঁজ কৰিবলৈ নকবি।

দেবেন্দ্র।—তোক যুঁজ কৰিবলৈ কোৱা নাই। আন বিষয়ত হে—

মানসেনা।— মই যি পাৰোঁ কৰিম। তই দেখিবি নহয়।

দেবেন্দ্র।—বাৰু, মই তোৰ কথাত বিশ্বাস কৰি মান্তি হলোঁ আৰু তোক স্বাধীনতা দিলোঁ। কিন্তু সাৱধান! কথা অলপ লৰ চৰ হলে, বৰ শোচনীয় পৰিণাম ভুঞ্জিব লাগিব।

কথা বতৰা হৈ থাকোঁতেই ৰাতি প্রায় দুপৰ হ'ল; দেবেন্দ্রই

সভা ভঙ্গ কৰিলে। তেতিয়া সকলোৱে অনন্ত নীলাকাশেৰে চোৱা, সেই প্ৰাকৃতিক অট্টালিকাৰ তলত, সুবিস্তৃত ভূমিশয্যাত পৰি, চাৰিওফালৰ সৌন্দৰ্য্যত মিহলি হৈ থকা ঈশ্বৰৰ অনন্ত কীৰ্ত্তিৰ জেউতি নিৰীক্ষণ কৰি, লাহে লাহে দুখ-সন্তাপ-হাৰিণী, জগজ্জননী নিদ্ৰাদেবীৰ কোমল কোলাত মূৰ থৈ শান্তি লাভ কৰিলে।



# সপ্তম অধ্যায়।

—:o:—

## ভাল মানুহ নে চোৰ।

বেলি লাহে লাহে পৰি আহিছে। দুপৰীয়া ভৰ পক উঠা গৰম এতিয়া ৰহীয়া পৰিছে, খাই-বৈ উঠি সকলো প্ৰাণীয়ে জিৰণি লৈছে।—গৰুৱে গছৰ ছাঁত শুই ঘাঁহ পাগুলিছে, ম'হে ঘুলিত পৰি বোকাৰে লেটি লৈছে, চৰাই-চিৰিকতিয়ে হাবিৰ মাজত সোমাই নিমাত হৈ বহিছে, মানুহে পাটীত পৰি বিচনীৰে বিচি জুৰ বিচাৰিছে; কোনোৱে পুথি একোখন মেলি লৈ ডাকে পঢ়ি গৰমলৈ পাহৰিছে; মাথোন বোৱাৰীয়ে চোতালৰ ধান হাতত দি ভাপত তৰণি নাপাই বেলিক পাৰে মানে শাও দিছে আৰু তাপৰ খং বাৰীনিৰ ওপৰত সাৰিছে। মুঠতে প্ৰকৃতিয়ে সম্পূৰ্ণৰূপে

শান্ত ভাব ধাৰণ কৰিছে; গোটেই ধৰাৰ ওপৰত নিস্তব্ধতাই অকণ্টক ৰাজত্ব কৰিছে।

ভাত-পানী খাই উঠি কনক চ'ৰাঘৰতে এখন খাটত শুই আছে; ওচৰতে বহি ফুল আইদেৱে এখন বিচনীৰে লাহে লাহে বিচি আছে। এনেতে দুটা অপৰিচিত মানুহ আহি তেওঁৰ ঘৰত ওলাল। মানুহ-কেইটাৰ বাহিৰা সাজ-পাৰ চাই ভালমানুহ বুলিবলৈ টান—সিহঁতৰ চকুৰ চাৱনিত অলপ বিশেষত্ব আছে। চকুৱে যদি অন্তৰৰ ভাৱ প্ৰকাশ কৰে তেন্তে সিহঁতৰ বাহিৰ ভিতৰ একে নহয়।

দুজন আলহী অহা দেখি কনকে পাটীৰ পৰা উঠি লৰা-লৰিকৈ বহিবলৈ দিলে। বাপেকৰ ইঙ্গিতমতে ফুলে তামোলৰ বটাটো আগত দি থিতাতে ভিতৰলৈ সোমাল। কিন্তু আচৰিত কথা! আগন্তুক দুজনে চকু নুঘুৰোৱাকৈ ফুলৰ গঢ়-গতি, ৰেহ-ৰূপ চাবলৈ ধৰিলে আৰু দুয়োটাই চকুৰ ঠাৰেৰে কথা হবলৈ ধৰিলে। ইহঁতৰ মতলবটো কি? লোকৰ জীয়াৰী ছোৱালীৰ মুখলৈ ৰ-লাগি চাবলৈ ইহঁতৰ লাজ লগা নাই নে? নাইবা লাজ বোলা বস্তুটোৰে সৈতে ইহঁতৰ কোনো কালে ভেটাভেটি হোৱা নাই?

তামোল-ছালি দিয়াৰ পাচত কনকে সুধিলে:—"তোমা-লোকক দেখোন চিনিব পৰা নাই, ক'ৰপৰা নো আহিছা?"

মানুহ দুটাৰ এটাৰ নাম মেহেঙা, ইটোৰ নাম মদন। মেহেঙা সাধাৰণতঃ মানুহ যিমান ওখ সিমানেই। ডিঙিটো

কাছৰ দৰে পিঠিত ভাত ৰন্ধা আখাৰ উধান যেন এটা কুঁজ, বাওঁ ভৰিটো অলপ চুটি, গতিকে, খোজ কাঢ়িবৰ সময়ত ভেকুলীৰ দৰে, জঁপিয়াই যায়। মদন মেহেঙাতকৈ প্ৰায় এবেগেতৰ ওখ, দাঁতকেইটা উজলা, সোঁ চকুটো কেঁৰা, তলৰ ওঁঠটো বৰ শকত। উভয়ৰে বৰণ এঙাৰৰ দৰে ক'লা। ডাঢ়ি-চুলিবিলাক মাজে মাজে বগা হৈ পৰিছে, কিন্তু বল হলে যথেষ্ট আছে।

কনকৰ কথা শুনি মেহেঙাই কলে:—"আপুনি চিনি নাপাব তো, আমি আগেয়ে এই ফাললৈ অহাই নাই। আমাৰ ঘৰ নগাওঁত।"

কনক।—পাচে, অহাৰ সকাম কি?

মেহেঙা।—সকাম বৰ ডাঙৰ। পিচে, আপুনি কি কৰে জানো?

কনক।—আগেয়ে শুনিলে হে উত্তৰ দিব পাৰোঁ।

মেহেঙাই মদনৰ চকুলৈ চালে, দুয়োটাই চকুৱে চকুৱে কিবা কথা হ'ল। সিহঁতক নীৰৱ দেখি কনকে আকৌ সুধিলে:—"কি হে, একো নক'লা দেখোন।"

মেহেঙা।—ক'বলৈ অলপ খোকোজা লাগিছে। কথাটো এই,—আপোনাৰ লগত মিতিৰ পাতিবৰ আশাৰে আহিছিলোঁ।

কনকৰ মনত সন্দেহ হ'ল। অলপ বেলি নীৰৱে চিন্তা কৰিলে। তাকে দেখি মেহেঙাই ক'লে:—"আপুনি ভয় নকৰিব, যাৰ লগত মিতিৰ পাতিবলৈ আপোনাক ধৰিছোঁ, তেওঁৰ

নিচিনা মানুহ আপুনি ক'তো নাপায়। নগাওঁ অঞ্চলৰ ভিতৰত তেওঁৰ নাম নজনা মানুহ নাই।

কনক।—হ্ব পাৰে, কিন্তু নগাৰঁত নো ঠিক কৰিব নোৱাৰিলা নে ?

মেহেঙা —হওঁতে তেনেকুৱাই, আজি দুবছৰেও তেওঁৰ জোৰৰ ছোৱালী বিচাৰি নাপালোঁ। এতিয়া, আপোনাৰ ছোৱালীটীয়েই উপযুক্ত হ'ব বুলি শুনি আপোনাৰ গুৰি পাইছোঁহি। এতিয়া আপোনাৰ অনুগ্ৰহ হলেই হয়।

কনক।—তেওঁৰ নাম কি ?

মেহেঙা।—মদন হাজৰিকা। সেই বিষয়ে আপুনি ভাবিবৰ আৱশ্যক নাই। হাতী-ঘোৰা, গৰু-মহ, ধান-ধনেৰেই দ'ল বন্ধা।

কনক।—( মদনলৈ আঙুলীয়াই ) এওঁ নো কৰ পৰা আহিছে ?

মেহেঙা —এওঁৰ পৰিচয় পাচেও পাব, সম্প্ৰতিকে মোৰ কথাৰ উত্তৰ দিয়ক।

কনফ।—মই নো কি কম ?

কনকে কি কয় শুনিবৰ মনেৰে মদন আৰু মেহেঙাই উশাহ-নিশাহ বন্ধ কৰি আগ্ৰহেৰে তেওঁলৈ চাবলৈ ধৰিলে। কনকে কপালত হাত দি নীৰৱে চিন্তা কৰিলে। কিছুমান বেলিৰ মূৰত বহুত কথা ভাবি চিন্তি, মাজে মাজে দুটা এটা হুমুনিয়াহ কাঢ়ি লাহে লাহে ক'লে :—"মই নো কি ক'ম ! মোৰ কবলৈ একো

